# স্মৃতি ধূলো

যোগেশ দাস



উমেশ প্রকাশ * কলিকাতা-৭



প্ৰকাশিকা ঃ
শ্ৰীমতী ইলা নাথ
উমেশ প্ৰকাশ
১৭৩, মুক্তাৰামবাবু ষ্ট্ৰীট
কলিকতা-৭

বেটুপাত শিল্পী ঃ
শ্ৰীবিজয় মণ্ডল
কলিকতা-৪

ছপা ঃ
শ্ৰীপিনাকীৰঞ্জন ৰায়
মায়া মুদ্ৰণী
১৬/১৭, কলেজ ষ্ট্ৰীট
কলিকতা-১২

বন্ধা ঃ
ৰক্ষিৎ এণ্ড কোং
কলিকতা-১২

প্ৰথম প্ৰকাশ ঃ
১৯ জুলাই, ১৯৬৫ চন

বেচ তিনি টকা

কেতেকীৰ হাতত

এই লেখকৰে

উপন্যাস :

* সঁহাৰি পাই
* ডাৱৰ আৰু নাই
* জোনাকীৰ জুই
* নিৰুপায় নিৰুপায়

গল্প :

* পপীয়া তৰা
* আন্ধাৰৰ আঁৰে আঁৰে
* ত্ৰিবেণী
* মদাৰৰ বেদনা
* গল্পৰ কুকি ( সম্পাদিত )

## দু-আষাৰ

"এমুঠি ধূলি"

উপন্যাস হিচাপে এটি পৰীক্ষা। উপন্যাসৰ প্ৰায় সকলো চৰিত্ৰৰ আত্মকথাৰে কাহিনীটো দাঙি ধৰা হৈছে। সাহিত্যৰ বুৰঞ্জীত অৱশ্যে এইটো একো নতুন কথা নহয়। কিন্তু আমাৰ সাহিত্যত বোধকৰোঁ উপন্যাসৰ ক্ষেত্ৰত এনে কৰা হোৱা নাই। যদি কোনোবাই কৰিছে মোৰ জনা নাই। যি হওক, এনে পদ্ধতিৰ এটা সুবিধা আছে : প্ৰত্যেকটো চৰিত্ৰৰে মনৰ ভিতৰফাল আপোনা-আপুনি ওলাই পৰে—আত্মজীৱনীমূলক উপন্যাসত যেনেকৈ কওঁতাৰ ক্ষেত্ৰত হয়। মানসিক ঘাত-প্ৰতিঘাত বুজাত এই পদ্ধতিয়ে সহায় কৰে। চৰিত্ৰৰ অন্তৰ্দ্বন্দ্ব দেখুওৱাটো আধুনিক উপন্যাসৰ এটা প্ৰধান বৈশিষ্ট্য। মই কিমানদূৰ কৃতকাৰ্য হৈছোঁ অৱশ্যে কব নোৱাৰোঁ। কিন্তু পদ্ধতিয়েই যথেষ্ট নহয়। মই টেক্‌নিক্-সৰ্বস্বতাৰ পক্ষপাতী নহওঁ। ৰচনা-শৈলীৰ লগতে বক্তব্য বিষয়ৰো সমানে মূল্য থকা আৱশ্যক। আধুনিক জীৱনৰ জটিলতা ক্ৰমাৎ বাঢ়ি গৈছে। নৈতিক দৃষ্টিৰপৰা এই জটিলতালৈ লক্ষ্য কৰা মোৰ এই কাহিনীৰ এটা প্ৰধান প্ৰেৰণা আছিল। বোধকৰোঁ আজি এনে এজন লোক নাই যি এবাৰ নহয় এবাৰ আধুনিক জীৱনক অলপ নিৰ্লিপ্তভাৱে পৰীক্ষা কৰি চোৱা নাই। ময়ো তাকেই কৰিছোঁ। সমাধান মই দিয়া নাই, মাত্ৰ সমস্যাটো দাঙি ধৰাৰ চেষ্টা কৰিছোঁ। সমাধান পন্থাৰ অন্ত নাই; অগ্ৰাহ্য কৰাৰো অন্ত নাই। তাৰ সংখ্যা বঢ়োৱাৰ ইচ্ছা মোৰ নাই। আনহাতে, সমস্যাৰ সম্যক উপলব্ধি হলে সমাধান বিচৰাৰ চেষ্টাও আৰম্ভ হয়। মোৰ লেখাই সিমানখিনি কৰিব পাৰিব নে নোৱাৰে নাজানো। কোনোবা এজনৰো অন্তৰত অলপ চিন্তাৰ সৃষ্টি কৰিলে কৃতকাৰ্য হলোঁ বুলি ভাবিম।

"এমুঠি ধূলি" নতুন নামাকৰণহে ; অসম বাণীৰ প্ৰথম বিহু সংখ্যাত ই 'ধূলি আৰু ইতিকথা' বুলি ওলাইছিল। তেতিয়াই কেবাজনো অচিনাকি সহৃদয় পাঠক বন্ধুৰপৰা এই বিষয়ে নানান প্ৰশ্নভৰা চিঠি পাইছিলোঁ। কিতাপৰ আকাৰত ওলালে নপঢ়াসকলেও পঢ়ি চাব বুলি ভাবিছোঁ। সেই সুবিধা কৰি দিছে উমেশ প্ৰকাশৰ উদ্যোগী প্ৰকাশকে। পাণ্ডুলিপি পঠোৱাৰ এমাহৰ ভিতৰতে সুন্দৰকৈ কিতাপখন উলিয়াই দিয়া বাবে পাঠকসকলে তেখেতকহে ধন্যবাদ দিব লাগে। তেখেতৰ লগত সংযোগ স্থাপন কৰি দিয়া বাবে শ্ৰীবিনোদ শৰ্মাও ধন্যবাদাৰ্হ।

গুৱাহাটী, যোগেশ দাস
১৩ জুলাই, ১৯৬৫ ইং

# এমুঠি ধূলি

# সতীশৰ কথা

[ ১ ]

টিউশ্যন কৰি কেতিয়াবা বৰ বিৰক্ত লাগে। স্কুলত দিনৰ দিনটো ছয়-সাত পিৰিয়ডকৈ বকি থকাৰ পিছত বাহিৰে বাহিৰে গজেনৰ ঘৰলৈ যাব লাগে। তাত হাত-মুখ ধুই চাহ-জলপান খাই আৰু ডেৰ-দুঘণ্টা সময় প্ৰবেশিকাৰ বিচিত্ৰ পাঠ পঢ়ুৱাব লাগে। তাৰপিছত বহালৈ আহি যিটো ভাগৰ লাগে, কাপোৰ-কানি সলাই কেতিয়াবা বিচনাতে নিতাল মাৰি পৰি থাকোঁ, কেতিয়াবা সেই পিনেই টোপনি যাওঁ, গোধূলি এপাক ফুৰা নহয়েই। সাৰ পাই উঠি আন্ধাৰ পৃথিৱীখন দেখিলে খং উঠি যায়। আকৌ ভাত ৰান্ধিব লাগিব, অলপ পঢ়িব লাগিব, খাই শুই থাকিব লাগিব। কোনোবা বন্ধু আহিলেতো মেল মাৰি থকাহে হব। স্কুলৰ কাৰণে পঢ়া কামটো পিছদিনালৈ থব লাগিব—তাৰ মানে বাতৰি-কাকতখন ভালদৰে পঢ়া নহব, কাৰণ ভাত ৰান্ধিব লাগিব। গতিকে টিউশ্যনটোৱে মোক প্ৰায়েই বিৰক্ত কৰে।

কিন্তু ধূলি আৰু ললিতাৰ মুখকেখন মনত পৰিলে টিউশ্যন এৰি দিয়াৰ ভাবটো এৰি দিওঁ। ছোৱালী দুজনীয়েতো মোৰ ওপৰতে ভৰসা কৰি মেট্ৰিক দিবলৈ ওলাইছে। তাহাঁতক কেনেকৈনো বিমুখ কৰোঁ ?

স্বাধীনভাৱে থাকোঁ বুলি এই চাকৰিটো লৈ কোঠালী এটা ভাৰা কৰি এই চহৰত আছোঁহি। তথাপি জীৱনত বিপদে এৰিব নোখোজে।

মই এজন অনাড়ম্বৰ গ্ৰেজুয়েট। শিক্ষকতা কৰি চহৰত আছোঁ। আচলতে মই গাঁৱৰহে ল'ৰা।

কিন্তু এইবোৰ বৰ ডাঙৰ কথা নহয়। মই চহৰত থকাটোও ডাঙৰ কথা নহয়। গাঁৱৰ খেতিয়কৰ ল'ৰা হৈ বি-এ পাছ কৰি বেচৰকাৰী হাইস্কুল এখনত মাষ্টৰি কৰাটোও ডাঙৰ কথা নহয়।

ডাঙৰ কথা হৈছে মই বন্ধু এজনৰ ঘৰত টিউশ্যন কৰোঁ। তাতোকৈ ডাঙৰ কথা, বন্ধুজন আমাৰ গাঁৱৰে ল'ৰা; আমি সৰুৰেপৰা একেলগে ডাঙৰ-দীঘল হৈছিলোঁ, স্কুলত সহপাঠীও আছিলোঁ। তেওঁ অৱশ্যে মেট্ৰিক পাছ কৰিব নোৱাৰিলে; আনকি নৱম মানৰপৰা প্ৰমোচনেই নেপালে। মই কিন্তু কলেজলৈকো গলোঁ, নিয়ম মতে বি-এও পাছ কৰিলোঁ।

মোৰ বন্ধু গজেনো এতিয়া চহৰত। তেওঁ বেছ চহকী মানুহ। আগতে তেওঁলোকৰ অৱস্থা ভাল নাছিল। মাটি-বাৰী নিচেই কম থকা আৰু কেবা ঠাইতো ধাৰ থকা বাবে তেওঁলোকে পেটে-ভাতেহে খাইছিল। তেওঁলোকৰ তুলনাত আমাৰ গাঁৱৰ ঘৰখনক ধনীয়েই বুলিব পাৰি। আমাৰ পৈতৃক মাটি-বাৰী বহুত। দদাইদেউ, ককাইদেউ-হঁতে লগ লাগি শ্ৰম কৰি তাকে চলাই নদন-বদন সংসাৰ পাতিছিল। আমি ল'ৰাবোৰে কেতিয়াও অভাৱ অনুভৱ কৰা নাছিলোঁ। আমাৰ একো ধুন-পেচ নাছিল। গাঁৱত ধুন-পেচ বৰকৈ নায়ো, অন্ততঃ আমি সৰু হৈ থকা দিনত নাছিল। খেতিয়কৰ ঘৰৰ ল'ৰা বুলিও হয়তো ধুন-পেচলৈ আমি মন দিব পৰা নাছিলোঁ। বোৱাৰী-পুৱাতে নাঙল বা গৰুহাল লৈ ওলাই যোৱা মুনিহে, নাইবা ৰান্ধনী-বেলি পৰোঁ। পৰোঁ। হওঁতে ঘৰলৈ ওলটা তিৰোতাইনো ল'ৰা-ছোৱালীক কি বুলি বিলাসিতা শিকাব? তদুপৰি আমি পঢ়া হাইস্কুলখনো গাঁও অঞ্চলৰ কষ্ট-অভাৱৰ মাজত গঢ়ি উঠা সাধাৰণ স্কুল। চহৰৰ বতাহ তাত গৈ লাগিছিল যদিও গুৰি লৰাব পৰা নাছিল।



ধুন-পেচ গজেনহঁতৰো নাছিল। কিন্তু তাৰ কাৰণ চহৰীয়া প্ৰভাৱৰ অভাৱ নহয়; তাৰ কাৰণ অভাৱৰ প্ৰভাৱহে। এটা সস্তীয়া ফটা কামিজ আৰু এটা টাপলি মৰা খাকী হাফপেণ্টকে দুবছৰ পিন্ধি গজেনক স্কুললৈ অহা-যোৱা কৰা দেখিছিলোঁ। ফীজ দিব নোৱাৰা কাৰণে তাৰ নাম কেবাবাৰো কটা যোৱা দেখি আমাৰ বৰ দুখ লাগিছিল। কিন্তু কোনোবাৰেই পইচা দি তাক আমি সহানুভূতি দেখুৱাব নোৱাৰিছিলোঁ। কাৰণ তাৰ বাপেকৰ প্ৰতি আমাৰ সহানুভূতি নাছিল। তাৰ কাৰণ বাপেক নৰহৰি শইকীয়া লাং-কানীয়া আছিল। কানি খাই ঘৰখন তেওঁ একপ্ৰকাৰ উছন নিয়াইছিল। কাম-বন একো নকৰিছিল; উত্তৰাধিকাৰ সূত্ৰে পোৱা মাটি-বাৰী মনে মনে বেচিহে খাইছিল, নহলে ধাৰ মাৰিছিল। গজেনৰ মাকেহে হয় আধিত দি নহয় মানুহ লগাই খেতি কৰাই কোনোমতে ঘৰখন চলাই আছিল। গজেনৰ নাম কটা গলে মাকেহে অ'ত-ত'ত খুজি-মাগি পইচাকিটা যোগাৰ কৰি দিছিল। বাপেকৰ সেইবোৰ একো খবৰেই নাছিল। এনে অৱস্থাত গজেনে ধুন-পেচ মাৰে ক'ৰপৰা?

গজেনৰ প্ৰতি আমি সহানুভূতি নেদেখুৱাৰ আন কাৰণো আছিল। তাৰ প্ৰকৃতিটো অলপ উদ্ধত আছিল। তাৰ ঘৰৰ কথা সকলোৱে জানে কিন্তু সেই বিষয়ে কোনোবাই মন্তব্য কৰিলে সি কেতিয়াও সহ্য নকৰিছিল। 'মোৰ বোপায়ে কানি খায় যদি খায়, তোৰ কি হ'ল?' বুলি মাৰিবলৈহে খেদি আহিছিল। পঢ়া-শুনাৰ পিনে তাৰ মুঠেই মন-কাণ নাছিল। বোধকৰোঁ মাকৰ খেচ্ খেচনিৰ কাৰণেইহে সি স্কুললৈ অহা-যোৱা কৰি আছিল। কিন্তু আচলতে কিতাপৰ লগত তাৰ একো সম্বন্ধ নাছিল, সম্বন্ধ পাতিবও সি নুখুজিছিল। বোধকৰোঁ ঘৰত পঢ়া-শুনাৰ পৰিবেশো নাছিল। নৰহৰি শইকীয়াইতো কানি নোখোৱা পৰত সকলোৱে ওপৰত খং কৰিয়েই থাকে, দপ্ দপায়েই থাকে; কিন্তু কানীয়াৰ কথালৈ কোনেও

কাণ নেপাতে। ইফালে সংসাৰৰ আউল মাৰিব লগা হোৱাত মাকজনীও খিংখিঙীয়া হৈ পৰিছিল। গিৰিয়েকৰ লগত অনবৰত কাজিয়াকে কৰিব লগা হৈছিল। গজেনহঁত ল'ৰা-ছোৱালী চাৰিটা। বায়েক মোহিনী আটাইতকৈ ডাঙৰ, তাইৰ পিছতে গজেন, গজেনৰ পিছত নৰেন আৰু একেবাৰে পেটমচা ছোৱালী ললিতা। (ললিতা অৱশ্যে নিচেই সৰু ; তাইৰ জন্ম হৈছিল মই কিজানি মেট্ৰিক দিওঁতে কি কলেজত নাম লগাওঁতে।) ইমানকেটা প্ৰাণীৰ ভাত-কাপোৰ বছৰটোলৈ যোগোৱা মুখৰ কথা নহয়। একেজনী নিৰক্ষৰ তিৰোতাৰ পক্ষে এইটো কম ডাঙৰ বোজা নাছিল। গজেনৰ মাক যে বলিয়া হৈ যোৱা নাছিল এয়ে যথেষ্ট।

আমাৰ ঘৰ-দুখন ওচৰা-উচৰি আছিল। গাঁৱৰ সমাজ হিচাপে মাত-কথা, আহ-যাহ, সহায়-সাৰথি সকলো বিষয়তে আমাৰ নিতৌ সম্বন্ধ ঘটিয়েই আছিল। নৰহৰি শইকীয়াৰ প্ৰতি আমাৰ ঘৰৰ কোনো নৈতিক সহানুভূতি নাছিল যদিও টানে-আপদে গজেনৰ মাকক আমি সহায় নকৰাকৈ থকা নাছিলোঁ। কিন্তু সেই ঘৰৰপৰা গালি-শপনি, খং-ৰাগ, কন্দা-কটাৰ শব্দ শুনাহে নিত্য-নৈমিত্তিক হৈ উঠাত আমি দিনে দিনে বেছি বিৰক্ত হৈ আহিছিলোঁ। এনেকুৱা এখন ঘৰত থাকি যে কোনোবাই পঢ়া-শুনা কৰিব পাৰে, সেইটো আমাৰ ধাৰণাৰ অতীত আছিল। গতিকে গজেনে পঢ়িব নোৱাৰাটোত আচৰিত হ'বলগীয়াও একো নাছিল।

তাৰ বিপৰীতে মই বেছ অনুকূল, সমানুভূতিশীল পৰিবেশ এটাতে উঠিছিলোঁ। পঢ়-শুনা, খোৱা-বোৱা আদিত আহুকাল পোৱাতকৈ সেইবোৰৰ প্ৰতি দদাইদেউ-ককাইদেউহঁতে বৰং ভালকৈ চকুহে দিছিল। মোৰ আই-বোপাই নাই, ঢুকাবৰ আজি বহুত দিন হ'ল, মুখকেইখন মোৰ এতিয়া ভালদৰে মনতেই নপৰে। কিন্তু তথাপি মই আই-বোপাইৰ অভাৱ অনুভৱ কৰি পোৱা নাছিলোঁ।



আমাৰ ঘৰখন ডাঙৰেই ; কাৰণ দেউতাহঁতৰ ককায়েক-ভায়েক তিনিওজন একেলগে আছিল ; দেউতা ঢুকুৱাৰ পিছতো ভায়েক-দুজন বেলেগ হৈ নগ'ল। বৰং মোৰ ককাইদেউ দুজনেও বিয়া-বাৰু কৰাই একেলগে থাকি যোৱাত ঘৰখন আগতকৈ ডাঙৰেই হৈ উঠিছিল। আমি বহুত ল'ৰা-ছোৱালীয়ে দিনৰ দিনটো কোঢ়াল কৰি ঘৰখন গৰম কৰি থৈছিলোঁ। দদাইদেউ-ককাইদেউহঁতে মোক অকলশৰীয়া দেখি বৰ মৰম কৰিছিল ; কেতিয়াও যাতে একোৰে অভাৱ অনুভৱ নকৰোঁ তালৈ চকু দিছিল। পঢ়া-শুনাত মই আছিলোঁ নিয়মীয়া ; কোনোদিনেই পাছ নকৰাকৈ থকা নাছিলোঁ ; তথাপি ডাঙৰ কেইজনে ভালদৰে পঢ়িবলৈ মোক প্ৰায়েই সকীয়াই দিছিল। কিন্তু দুখ পাব লগাকৈ একো নকৈছিল ; অৱশ্যে এনে মৰমিয়াল মানুহে মোক কেতিয়াবা গালি পৰা হলেও মই দুখ নেপালোঁহেতেন। ঘৰৰ কাম-বন মই একো কৰিব নেলাগিছিল ; তথাপি মই নিজৰ ফালৰ-পৰাই ইটো-সিটোত লাগি দিছিলোঁ। দদাইদেউহঁতে কোনোদিনেই মোক 'কাম কৰ' বুলি নকৈছিল, কিন্তু নিজে কৰিবলৈ গলেও আপত্তি নকৰিছিল, যদিও পঢ়া-শুনা ক্ষতি কৰিবলৈ নিদিছিল। ময়ো পঢ়া-শুনা কৰিবলৈ ভালেই পাইছিলোঁ, কৰ্তব্যবোধতো স্কুললৈ অহা-যোৱা কৰিছিলোঁৱেই। পঢ়ি-শুনি কিবা হম বুলি তেনে কোনো স্পষ্ট ধাৰণা নাছিল। কিন্তু পঢ়িলে ভাল হয়, ভাল মানুহ হয়, এনে জ্ঞান আমি পাইছিলোঁ। তদুপৰি শিক্ষিত হৈ কিবা চাকৰি-বাকৰি কৰিলে ঘৰখনৰ মুখ পোহৰ হব বুলিও ধুঁৱলী-কুঁৱলী ধাৰণা হৈছিল। গতিকে পঢ়াত মোৰ আওহেলা হোৱা নাছিল। পঢ়াত মই বৰ চোকা নাছিলোঁ যদিও বৰ বেয়াও নাছিলোঁ, মাজে-মধ্যে চলি গৈছিলোঁ।

ইমানখিনি সুবিধা গজেনে পোৱা নাছিল।

[ ২ ]

**আন**কি তাৰ কেতিয়াবা খোৱা-বোৱাতো কষ্ট হৈছিল। কাৰণ সি মাজে মাজে আমাৰপৰা পইচা ধাৰলৈ নি চাহ-মিঠাই খাইছিল, “ঘৰত ভাত খাই আহিবলৈ নহ’ল” বুলি। কেতিয়াবা বোৰ্ডিঙতে সি ভাত খাইছিল। বোৰ্ডিং মানে হোষ্টেল বা ছাত্ৰাবাস। গাঁৱলীয়া স্কুল বাবে দূৰ-দূৰণিৰ ল’ৰাই আহি অভিভাৱক বা নিজেই সাজি লোৱা সৰু সৰু পজাত থাকিবলৈ লৈছিল ; খাইছিল নিজে ৰান্ধি। বহুতেই লৰালৰিৰ কোবত স্কুল বহোঁতে ভাতমুঠি খাই আহিব নোৱাৰে ; ‘লেজাৰ’ৰ সময়ত গৈ খাই লয়। কেতিয়াবা ভোকত থকা শুকান মুখৰ গজেনকো ল’ৰাবোৰে মাতি নি ভাগৰ ভাত খুৱায়গৈ।

কিন্তু ইমান অভাৱতো গজেনৰ স্বভাৱটো ভাল নোহোৱাটোহে আচৰিত কথা। কত দুখীয়া ল’ৰাই কষ্ট কৰি পঢ়ি-শুনি পাছ কৰি গৈছে, কতই পিছৰ জীৱনত প্ৰতিষ্ঠাও লাভ কৰিছে, সেইবোৰ আমি নিজ চকুৰেই দেখিছোঁ। তেনে ল’ৰাৰ সৰহভাগেই কিন্তু পঢ়ি-শুনি ডাঙৰ হম বুলি দৃঢ়তাৰে লাগি আগবাঢ়িব খুজিছিল, দুখক দুখ নুবুলিছিল। কিন্তু গজেনৰ সেইফেৰা গুণ নাছিল। ক্লাচত পঢ়া দিব নোৱাৰা বাবে নাইবা ‘হোম ওৱৰ্ক’ কৰি ননা বাবে সি প্ৰায়েই মাষ্টৰৰ মাৰ খাইছিল, বেঞ্চৰ ওপৰত পঞ্চল্লিছ মিনিট থিয় হৈ বা ছুটীৰ পিছত ‘ডিটেইণ্ড’ হৈ থাকিবলগাত পৰিছিল। পৰীক্ষাত সি নকল কৰিবই, মাজে মাজে ধৰাও পৰে। অন্যান্য দুষ্কাৰ্যও তাৰ আছিল। যেনে স্কুললৈ আহোঁ বুলি ক’ৰবাত কিবা-কিবি কৰি দিনটো কটাই দিছিল। কেতিয়াবা গৰু-গাড়ীত উঠি হয়তো টাউনলৈ পাবগৈ। কেতিয়াবা ক’ৰবাত পুখুৰী সিঁচি থাকিবগৈ নাইবা কাৰোবাৰ বাৰীত সোমাই কি কি আছে পৰীক্ষাকৰি থাকিবগৈ। এইবোৰ কামত তাৰ



অৱশ্যে এদল লগ আছিল। এই দলটোক স্কুলত আৰু অলপ-অচৰপ গাঁওবোৰতো সকলোৱে চিনি পাইছিল। আমি নিয়মীয়া ছাত্ৰসকলে পৰাপক্ষত এই দলটোৰপৰা গা-এৰাই ফুৰিছিলোঁ। সিহঁতে আমাক পৰোৱাই নকৰিছিল, বৰং তুচ্ছ-তাচ্ছিল্যাই কৰিছিল, কাৰণ আমি আছিলোঁ নিয়মমতে পঢ়া-শুনা কৰা, শিক্ষকৰ কথা শুনা, অভিভাৱকক ভয় কৰা ‘মূৰ্খৰ দল’।

এতিয়া অলপ বুজন হোৱা কাৰণে মোৰ ধাৰণা হয়, গজেন এনে হোৱাৰ গুৰিতে ঘৰখনৰ অৱহেলা বা প্ৰতিকূল পৰিৱেশ। নৈতিক-মানসিক-শাৰীৰিক কোনো ধৰণৰ শৃঙ্খলা নথকাৰ পৰিণাম কিমান বেয়া হৈছিল তাৰ প্ৰমাণ তলৰ ঘটনাবিলাকৰপৰাই বুজিব পৰা যায় :

এদিন মোহিনী ( গজেনৰ বায়েক ) আন এখন গাঁৱলৈ পলাই গ’ল। যাৰ লগত পলাই গ’ল সেই ডেকাজনৰ সৈতে তাইৰ সম্পৰ্ক বহুত দিনৰ বুলি আমি শুনিছিলোঁ। তাকো প্ৰায়েই আমাৰ গাঁৱলৈ অহা দেখিছিলোঁ, নানান অছিলাত গজেনহঁতৰ ঘৰলৈ যোৱাও দেখিছিলোঁ। সি আছিল অৱস্থাপন্ন খেতিয়ক এঘৰৰ ল’ৰা ; গজেনৰ অভাৱগ্ৰস্তা মাকে তাৰপৰা সহায় লবলৈ কুণ্ঠাবোধ নকৰিছিল। হয়তো জীয়েকক তালৈ দিয়াত আপত্তিও নকৰিলেহেতেন ; কিন্তু বিয়া পাতে কোনে ? গিৰিহঁত নৰহৰি শইকীয়াৰ সেইবোৰলৈ কাণসাৰেই নাই। ইপিনে তেনে এখন ঘৰৰ সৈতে সম্বন্ধ পাতিবলৈ ল’ৰাৰ মাক-বাপেক নাৰাজ। ল’ৰাই তৃতীয় পক্ষৰ জৰিয়তে কৰা শত অনুনয়-বিনয় অথলে গৈছিল। মাক-বাপেকৰ একমাত্ৰ কথা : টোকোনা আৰু লাং-কানীয়াৰ ঘৰৰ লগত সম্বন্ধ হব নোৱাৰে। কিন্তু এইদৰে কিমান দিন চলিব ? প্ৰেমত ধৈৰ্য ধৰা টান। গতিকে ল’ৰাই এদিন ৰাতি দলে-বলে আহি ছোৱালীক পলুৱাই লৈ গ’ল।

এই চৰম পন্থা অৱলম্বন কৰাৰ আন এটা কাৰণো আছিল। মোহিনীয়ে সেই সময়লৈকে দুমাহ গা ধোৱা নাছিল। শহুৰেক-

শাহুৱেকে নিৰুপায় হৈ মোহিনীক গ্রহণ কৰিছিল। ঘৰ সোমোৱাৰ আঠ মাহ পিছতে তাইৰ সন্তান এটি হ'ল। কিন্তু তাৰ আগতেই তাহাঁতৰ প্রণয়ৰ অবৈধতা ৰজনজনা হৈ পৰিছিল।

জীয়েক পলাই যোৱাৰ পিছত বেছ কিছুদিন নৰহৰি শইকীয়াই ঘৰত প্রভুত্ব চলালে। তেওঁ অন্ততঃ এটা বিষয়ত ঘৈণীয়েকক সমালোচনা কৰিব পৰা হ'ল, যে মাকে ভালকৈ চকু নিদিয়াৰ ফলতহে ছোৱালীয়ে এনে কৰিব পাৰিলে। মাকে যে গিৰিয়েকৰ কর্তৃত্ব সাময়িক-ভাৱে হলেও মানি লৈছিল, এনে নহয়; কিন্তু মনত আঘাত পাই ভালেখিনি নীৰৱ হৈ পৰিছিল। এই ছেগতে শইকীয়াই কানি আৰু কর্তৃত্ব দুয়োটাকে দুগুন জোৰেৰে চলাই দিছিল। কিন্তু সময় যোৱাৰ লগে লগে সকলো নিয়ম আগৰ নিচিনা হৈ আহিল। কানিৰ ধোঁৱাত উৰি ফুৰা শইকীয়াৰ মুখখন ক্রমাৎ বেছিকৈ কুটি লোৱা পকা পাণ সোপাৰ নিচিনা শেঁতা হৈ পৰিছিল—তেনে পাণ কোনেও নেখায়; বুঢ়াৰ ওচৰলৈকো কোনো নেযায়।

এবছৰমান পিছত গজেন এদিন নোহোৱা হ'ল। স্কুললৈ গৈ উলটিকে নাহিল। স্কুলত তাক নেদেখি আমি আচৰিত নোহোৱাটো একো আচৰিত কথা নহয়, কাৰণ সি স্কুললৈ আহি পলাই ফুৰেই। কিন্তু গোধূলিতো ঘৰলৈ নোযোৱাটোহে অলপ আচৰিত কথা। আমি শুবৰ সময়ত ভায়েক নৰেন আৰু মাকে বিচাৰি অহাতহে আমি গম পালোঁ। কিন্তু একো সমিধান দিব নোৱাৰিলোঁ। মাত্র সান্ত্বনা দিয়া হ'ল যে হয়তো বায়েকৰ ঘৰত আছেগৈ, পিছদিনা আহিব।

কিন্তু পিছদিনাও সি ঘৰলৈ নাহিল। স্কুলতো তাক আমি নেদেখিলোঁ। বাপেকে একো নেভাবিলেও মাকৰ ৰাতি অলপ চিন্তা হ'ল। আহিব আহিব বুলি মোহিনীৰ ওচৰলৈ খবৰো পঠোৱা নহ'ল। ৰাতি পঠিয়াবলৈ মানুহো নাই। নৰেনৰ সৈতে মাক আকৌ আমাৰ ঘৰ ওলালহি। মানুহজনীৰ কন্দনামুৱা মুখখন দেখি আমাৰ বৰ



বেয়া লাগিল। ককাইদেউহঁতে ক'লে যে ৰাতিটো যাওক যেনে-তেনে, ৰাতি পুৱালেই মোহিনীৰ ওচৰলৈ খবৰ এটা পঠিয়াব। উপায়ান্তৰ হৈ তলমূৰকৈ নৰেনৰ সৈতে মাক গুচি গ'ল। সেই ৰাতি বহু-পৰলৈকে মোৰ দুশ্চিন্তাত টোপনি নাহিল: সি ক'লৈ গ'ল বাৰু? কিবা অঘটন ঘটা নাইতো?

কিন্তু মোহিনীৰ তালৈকো গজেন যোৱা নাছিল। তাই চিন্তিত হৈ সমিধান দিলে, সি দুমাহমানেই সেইমুৱা হোৱা নাই। তাই গিৰিয়েকৰ সৈতে ঘৰ পালেহি। এইবাৰ ভালকৈয়ে হুৱা-দুৱা লাগিল। গঞা-জ্ঞাতিয়ে খবৰ ল'লেহি। দুই-চাৰিয়ে নৰহৰি শইকীয়াক দোষ দিলে, ভর্ৎসনাও কৰিলে। আমাৰ ককাইদেউ-দদাইদেউহঁতে গজেনক বিচৰাৰ দিহা কৰিলে। নিজেও ওচৰ-পাজৰৰ গাঁওবোৰ ঘূৰিলে, আনকো পঠালে, হাট-বজাৰবিলাকতো খবৰ কৰিলে। কিন্তু গজেনৰ কোনো সন্ধান নোলাল।

কানীয়া নৰহৰি শইকীয়া আৰু ঘৈণীয়েকৰ মাজত নিতৌ দিনে-ৰাতিয়ে কুৰুক্ষেত্রৰ সৃষ্টি হবলৈ ধৰিলে। মাকে মাজে-মাজে ইনাই-বিনাই কান্দেও। ন-দহ বছৰীয়া নৰেনক আমি কেবাদিনো মাতি আনি ভাত খুৱাইছিলোঁ।

[ ৩ ]

ছমাহমানৰ মূৰত যেতিয়া গজেনৰ খবৰ ওলাল তেতিয়া যেন আমাৰ পৃথিৱীখন হঠাতে বহুত পৰিৱৰ্তিত হৈ গ'ল। সি বহুত দূৰ পালেগৈ। আমি ওচৰে-পাজৰে মিছাই বিচাৰি ফুৰিছিলোঁ। মানে, সি গাঁৱৰপৰা পলাই এইখন চহৰ ওলাইছিলহি। ইমানখিনি পাবহি পাৰে বুলিনো কোনে ভাবিছিল? আমাৰ গাঁৱৰে বোধেশ্বৰ মণ্ডলে তাক ইয়াত হঠাৎ লগ পাই গৈছিল বুলিহে খবৰটো ওলাল। সিনো কি কৰি আছিল সেই কথা হলে নকলে, মাত্ৰ "আছোঁ আৰু কিবা এটা কৰি" বুলি মণ্ডলক সমিধান দিছিল। মাকৰ কাবৌ-কোকালি সহিব নোৱাৰি আমাৰ ককাইদেউহঁতে তাৰপিছত তাক ইয়াত বিচাৰি আহিছিল। কিন্তু বিচাৰি উলিয়াব নোৱাৰিলে।

সি এদ্দিন নিজেই ঘৰ ওলাইছিলহি। তাক দেখি ঘৰে-পৰে সকলোৱে ভাল পাইছিল।

সিও নিশ্চয় ভাল পাইছিল। এতিয়া তাৰ বহুত পৰিৱৰ্তন হ'ল। কাপোৰ-কানি, কথা-বতৰা সকলো বেলেগ হ'ল। মানুহটো যেন অলপ গহীন আৰু অলপ ডাঙৰ হ'ল। কিন্তু নগৰলৈ আহি সি কি কৰিছিল এতিয়াও জনা নগ'ল। মানে সেই ৰহস্য সি ঘৰলৈ আহিও ভাঙি নকলে। তথাপি সি যে ঘৰলৈ আহিল আৰু সি পইচা, কাপোৰ-কানি, আন বস্তু-বাহানি আনিলে, সেইটোৱেই সকলোকে সন্তোষ দিলে। মাকৰ চকুৱে-মুখে অলপ গৰ্বও ফুটি উঠিল।

কিন্তু তাৰ কথা লাহে লাহে ওলাবলৈ ধৰিলে।

মই তেতিয়া কলেজত নাম লগাইছিলোঁ। কথাবোৰ মই পিছতহে ডুখৰীয়াকৈ শুনিছিলোঁ। মোৰ খবৰ লবলৈ কোনোবা



আহিলে নাইবা মই বন্ধত গাঁৱলৈ গলে তাৰ বিষয়ে নানান কথা শুনিবলৈ পাওঁ।

যেনে, সি হেনো চিনাকি মানুহ এজনৰ লগতে ইয়ালৈ গুচি আহিছিল। প্ৰথমে মানুহ এঘৰত ৰান্ধনি হৈ সোমাইছিল। দুমাহমান তাতে আছিল। সেই ঘৰৰ ওচৰতে এখন 'কাৰ্পেন্ত্ৰি আছিল। সুৰুঙা পালে গজেনে গৈ কাঠ-মিস্ত্ৰীৰ লগত বহি থাকেগৈ আৰু ইটো-সিটো কৰিও দিয়ে; একো কৰিবলৈ নেপালে দোকানৰ-পৰা চাহ-তামোলকে আনি দিয়ে। কিন্তু কাম নকৰি তাত মেল মাৰি থকা বুলি তাক গৃহস্থই দুদিনো মৰিয়ালে। টটাটিঙা ল'ৰা, তাৰ খঙেই উঠিছিল। কিন্তু দুমাহেও পইচা এটা পোৱা নাছিল কাৰণে সহি থাকিল। তৃতীয় মাহৰ অন্তত দুমাহৰ দৰমহা পায়েই সি পলাই পত্ৰং দিলে। এইবাৰ অলপ আওহতীয়া ঠাইৰ সাধাৰণ কাঠ-মিস্ত্ৰী এজনৰ লগত সি যোগালি হৈ সোমালগৈ; থকা-খোৱাও মিস্ত্ৰীৰ লগতে হব। কিন্তু দুই-এদিনতে তাৰ বিদ্যা ওলাই পৰিল। সি একো কামেই নেজানে। কাৰ্পেন্ত্ৰিখনত সোমাই লোকৰ আল ধৰাই আছিল তাৰ শিক্ষানবিচি; হাতুৰী-বটালি-ৰেণ্ডা-বাচুলা তাতেই সি দেখিছে, সেইবোৰৰ ব্যৱহাৰতো ভালদৰে কৰি পোৱাই নাই! গতিকে মিস্ত্ৰীৰ লগত পোন্ধৰ দিন চাহ-ভাত-গালি খাই ৰূপ পাঁচ টকা লৈ সি ওলাই আহিব লগাত পৰিল।

গজেনৰ এটা গুণ ছাইত পোত খাই থকা অঙঠাৰ দৰে আমাৰ চকুত নপৰাকৈ আছিল। তাৰ অন্তৰত দৃঢ়তা আছিল। কাঠ-মিস্ত্ৰীৰ যোগালি চাকৰিৰপৰা বৰ্খাস্ত হৈ সি আন্ধাৰ দেখিব লাগিছিল; কিন্তু পোহৰ বিচাৰি সি সেই কাৰ্পেন্ত্ৰিখনৰ ওচৰ চাপিল। ভাত-ৰান্ধনি হৈ পোৱা পইচাকিটা হাতত আছিলেই। তাৰ বলতে এসপ্তাহমান নিষ্কৰ্মা হৈ থাকি কাৰ্পেন্ত্ৰিখনৰ মালিকৰ ওচৰলৈ অহা-যোৱা কৰি কৰি অৱশেষত তাতেই কামৰ যোগাৰ কৰি

ল'লে। দৰমহা কম, কিন্তু তাৰ মানত আন সুবিধা বহুত। যেনে, মালিকৰ ঘৰৰো অলপ-অচৰপ কাম-বন কৰি দিয়াৰ-বিনিময়ত তাৰ থকা-খোৱাৰ বিনামূলীয়া ব্যৱস্থা হ'ল। দ্বিতীয়তে, সি নিয়মীয়াকৈ বাঢ়ৈৰ কাম শিকিব পাৰিব। তৃতীয়তে, কাম শিকিলে সিও পূৰা-পূৰি মিস্ত্রী হব আৰু ভাল দৰমহা পাব।

ইয়াৰ কিছুদিন পিছতে সি ঘৰলৈ গৈছিল।

এইবোৰ কথা গাঁৱৰ প্ৰায় সকলো মানুহে শুনিছিল। শুনি সকলোৱে ইমান কম বয়সতে ইমান বেছি উন্নতি কৰা বাবে তাক সন্মানৰ চকুৰে চোৱা হৈছিল। দুই-একৰ কথা-বতৰাত তো ঈৰ্ষাৰ ভাবেই প্ৰকাশ পাইছিল। এইখিনি প্ৰশংসাৰ গৌৰৱত গজেনৰ দুখুনী মাকে অলপ গা ৰ'দাই লৈছিল। আমাৰ ঘৰখনেও সিহঁতৰ উন্নতিত আনন্দ পাইছিল।

কিন্তু ডেৰ বছৰমানৰ ভিতৰতে এই গৌৰৱত অলপ চেকা লাগিল। এদিন ক'ৰবাৰপৰা এহাল অচিনাকি বুঢ়া-বুঢ়ী আহি গজেনহঁতৰ ঘৰত উপস্থিত; বুঢ়ীৰ কোঁচত এটি অকণমানি কেঁচুৱা। চেহেৰা-পানী আৰু কাপোৰ-কানিত সাধাৰণ যদিও দেখিলেই কব পাৰি যে তেওঁলোক গাঁৱৰ মানুহ নহয়। তেওঁলোকে ক'লে যে তেওঁলোকে গজেন থকা ঠাইৰ ওচৰতে থাকে; কেঁচুৱা ছোৱালীজনী গজেনৰ ছোৱালী। মাক আছিল বুঢ়া-বুঢ়ীৰ জীয়েক; কিন্তু প্ৰসূতি ৰোগত মৰিল। পাঁচ-মহীয়া ছোৱালীকণক তেওঁলোকে সোধাই দিবলৈ আহিছে; গজেনক ইমান দিনে কোৱা হৈছিল, কিন্তু সি কেৱল টুটুৱাইহে আছে, একো দিহা নকৰে, আনকি আজিকালি থকা ঠায়ো সলাই পেলাইছে।

কথা শুনি গজেনৰ মাকৰ মূৰ্চ্ছা যোৱা অৱস্থা। তেওঁ একে কোবে আমাৰ ঘৰ ওলালহি। উপায় নেপাই দদাইদেউ আৰু খুৰীদেউ তেওঁৰ লগতে গ'ল।



কানিৰ জালত নথকা নৰহৰি শইকীয়া দপ্‌দপাই আছে। বুঢ়া-বুঢ়ীৰ কথা—তেওঁলোকৰ হাতত অকাট্য প্ৰমাণ আছে, দৰকাৰ হলে আদালতত সেই প্ৰমাণ দেখুৱাব।

দদাইদেউহঁতে আঁতি-গুৰি মাৰি সকলো খবৰ ল'লে আৰু শান্তিৰে এটা মীমাংসা কৰি দিবলৈ যত্ন কৰিলে।

ভাগ্যে সেই সময়তে গজেন ঘৰ ওলালহি। সি প্ৰথমে বুঢ়া-বুঢ়ীক ধমক দিলে কিয় গাঁৱলৈ আহিল বুলি। তাৰপিছত দদাইদেউহঁতক সি জনালে যে কেঁচুৱাকণ তাৰ সন্তান নহয়, কিন্তু বুঢ়াৰ ঘৰৰ লগত তাৰ আহ-যাহ থকা কাৰণে তাৰ ওপৰত বদ্‌নাম পৰিছে। কেঁচুৱাৰ মাকক অৱশ্যে সি চিনি পাইছিল আৰু বৰ মৰমো কৰিছিল। আনকি মৰিবৰ সময়ত সি তাইক কথাও দিছিল যে কেঁচুৱাকণৰ ভাৰ সি লব। সেইটোহে ডাঙৰ কথা আৰু সেই বাবেহে বুঢ়া-বুঢ়ীয়ে এইদৰে তাক বদ্‌নাম দিবলৈ ছল পাইছে।

কিন্তু বুঢ়া-বুঢ়ীয়ে তাৰ কথা নেমানে, কয় যে সি ফাকি মাৰিছে। কেঁচুৱা সি ৰাখিবই লাগিব। নহলে মৰ্কৰ্দমা কৰা হব।

শেষত গজেনে ক'লে যে সি কেঁচুৱাৰ ভাৰ লবলৈ সন্মত আছে। বুঢ়া-বুঢ়ীয়ে তাইক থৈ যাবও পাৰে কিন্তু তেওঁলোক যেন কোনো-দিনেই এইদৰে গাঁৱলৈ নাহে। তেওঁলোক তাতে মান্তি হ'ল। নহবৰ কাৰণো নাছিল। কাৰণ মান-সন্মানতকৈ টকা-পইচা তেওঁলোকৰ মানত ডাঙৰ আছিল যেন লাগে। কেঁচুৱাকণক ভৰণ-পোষণ দিয়াৰপৰা যে ৰক্ষা পৰিল এয়ে তেওঁলোকৰ যেন পৰম ভাগ্য।

গজেনে কেঁচুৱা ছোৱালীজনীক গাঁৱৰ ঘৰতে ৰাখিলে। মাক-বাপেক অমান্তি হব নোৱাৰিলে। কাৰণ তেতিয়া ঘৰখনত গজেনৰ প্ৰতিপত্তি ক্ৰমাৎ বাঢ়ি আহিছে। একপ্ৰকাৰে তাৰ আৰ্জনেৰেই ঘৰখন চলে বুলিব পাৰি। সি এতিয়া পূৰাপূৰি কাঠমিস্ত্রী; কাৰ্পেন্ত্রি-খনত চাকৰি কৰাৰ উপৰি বাহিৰাকৈ অ'ত-ত'ত কাম কৰি দিও

সি পইচা আৰ্জিবলৈ লৈছে। ঘৰলৈ সি নিয়মীয়াকৈ পইচা পঠিয়ায়।

মাক-বাপেকে কি বুজিলে কোৱা টান। কিন্তু তেওঁলোকে কেঁচুৱাটিক ঘৰতে ৰাখিলে। সমাজে নিশ্চয় ভালপোৱা নাছিল। কিন্তু এসাজ খাই ইসাজ লঘোন দিয়া দৰিদ্ৰই সমাজক ভয়েই বা কৰিব কিয়? সমাজৰ কথা ভাবিবলৈ নৰহৰি শইকীয়াৰ পৰিয়ালৰ অৱসৰেই নাছিল।

সেইজনীয়েই আছিল ধূলি।

তাই এতিয়া ডাঙৰ হৈছে। গজেনৰ আটাইতকৈ সৰু ভনীয়েক ললিতাৰ সমনীয়া। দুয়োজনীকে মই পঢ়ুৱাওঁ। দুয়ো মেট্ৰিক পৰীক্ষা দিব খোজে। দুয়োকে মেট্ৰিক পৰীক্ষা দিব পৰা কৰি দিব লাগে। ললিতাই ছোৱালী হাইস্কুলতো পঢ়িছিল; পিছে নাইনৰ-পৰা টেনলৈ প্ৰমোচন নোপোৱা বাবে স্কুল এৰি দিলে। এতিয়া প্ৰাইভেটকৈয়ে মেট্ৰিক পৰীক্ষা দিব খুজিছে; ধূলিয়ে ইয়াত কোনো স্কুলতে পঢ়া নাই। গাঁৱত থাকোঁতেই যি পঢ়া, সেই আমি পঢ়া হাইস্কুলৰ ক্লাচ চেভেনলৈ।

তাহাঁতক পঢ়ুৱাবলৈ গজেনে মোক লগাই দিলে। সি এতিয়া ডাঙৰ ব্যৱসায়ী। তাৰ ঘৰত টিউশ্যন কৰিবলৈ মই বেয়া পাওঁ। কিন্তু সি নেৰে। তাৰ ঘৰলৈ অহা-যোৱা কৰি থকাৰ এয়ে পৰিণাম হ'ল। মই বন্ধুৰ ঘৰৰ টিউটৰ হলোঁ। অপমান অলপ লঘু কৰোঁ বুলি পইচা লব নুখুজিছিলোঁ, কিন্তু গজেনে বিনা পইচাই কাকো হেনো কাম কৰিবলৈ নিদিয়ে!

৬



# ধূলিৰ কথা

[ ১ ]

মই কি? মই কোন?

মোৰ নাম ধূলি। পোছাকী নাম এটা আছে—পূৰ্ণিমা। কিন্তু সকলোৱে মোক ধূলি বুলিয়েই মাতে। পূৰ্ণিমা বুলিলে আন কাৰোবাক মতা যেনহে লাগে। চাৰে প্ৰথম প্ৰথম পঢ়ুৱাবলৈ লওঁতে পূৰ্ণিমা বুলি মাতিব খুজিছিল। মই হাক দিলোঁ,—"মোক চাৰ ধূলি বুলিয়েই মাতিব।' ইটো নাম কিবা কিবা লাগে।" লাজকুৰীয়া চাৰে হাঁহি মাৰি "বাৰু" বুলি কৈছিল। ধূলি বুলিলে কিন্তু নিজকে মই মই লাগে।

মোৰ বয়স এতিয়া ষোল বছৰ। অলপ হেৰ-ফেৰ হব পাৰে। মই প্ৰাইভেটকৈ মেট্ৰিক দিব খুজিছোঁ। ললিতায়ো দিব। ঘৰতে এনেয়ে থাকি থাকি আমনি লগাত এদিন দেউতাক (?) কৈ পেলাইছিলোঁ, "ময়ো পৰীক্ষাকে দিওঁ ললিতাৰ লগত।" তেওঁ আচৰিত হোৱা যেন নেদেখুৱাই, একো নভবা-নিচিন্তাকৈয়ে মোৰ চকু এৰাই কৈছিল, "হয় নেকি? দে, ভালেইহে, কিনো বেয়া? মই বাৰু ঠিক কৰি দিম।" সেইমতে ঠিক কৰি দিয়া হ'লো। কিন্তু মই জানো সঁচাকৈয়ে মেট্ৰিক পৰীক্ষা দিব খোজোঁ? মই নিজেই নেজানো। আচলতে মই কি কৰিব খোজোঁ তাকো নেজানো। একপ্ৰকাৰ ঘৰখনত একো কৰিবলৈ নাই কাৰণেই পঢ়িবলৈ লৈছিলোঁ। কিন্তু চাৰৰ লগত পঢ়ি হলে বেয়া লগা নাই।

মোৰ 'দেউতা' শ্ৰীযুত গজেন্দ্ৰনাথ শইকীয়া আজি-কালি বৰ চহকী

মানুহ। বহুত কিবা-কিবি কাৰবাৰ কৰে। গোটেইবোৰৰ লেখ মই দিব নোৱাৰোঁ। 'মডাৰ্ন ফাৰ্নিচাৰ্চ'খনৰ কথা জানো, কাৰণ সেইখন আমাৰ ঘৰৰ ওচৰতে, বহুত মানুহে তাত কাম কৰে; দিনে দিনে বহুত কাঠৰ বস্তু তাৰপৰা নানান ঠাইলৈ পঠোৱা হয়। দুখন টাটাৰ ট্ৰাক আছে; সেই দুখন নানান মাল কঢ়িওৱা কামত লগোৱা হয়। (আমাৰ ঘৰুৱা কামৰ বাবে ফিয়েট এখনো আছে।) 'দেউতা'ই ডাঙৰ ডাঙৰ ঠিকাও কৰে হেনো।

ঘৰটো ডাঙৰ আৰু দলদোপ-হেন্দোলদোপ। দেউতাৰ ভায়েক নৰেন (দাদা) কলেজৰ ছাত্ৰ; ভাগিনেক এটায়ো ইয়াতে থাকি পঢ়ে; নিজৰ ল'ৰা-ছোৱালী চাৰিটা—সাত বছৰীয়া মঞ্জু, পাঁচ বছৰীয়া জিতু, তিনি বছৰীয়া ৰিতা আৰু নিচেই কেঁচুৱা ঠুনঠুন। মই আৰু ললিতা। ভাত ৰান্ধনি বামুণ (ঠাকুৰ বুলি মাতোঁ), কাম কৰা বিহাৰী মানুহ পালোৱান (ৰাতি বাৰাণ্ডাত শোৱা দাৰোৱানো সিয়েই) আৰু এজনী আয়া। আলহী-ওফোৰাজেং নুগুচেই।

দুকঠামান মাটিত ঘৰটো। ইটোৰ পাছত সিটোকৈ কোঠালী বঢ়াওঁতে বঢ়াওঁতে ভৰি দিবলৈ মাটি এচমকা নোহোৱা হৈছেগৈ; ওপৰৰপৰা চালে 'ষ্টাৰ-ফিচ'টোৰ নিচিনাই হব কিজানি। দেউতাই দুমহলীয়া কৰাৰ কথা ভাবিছে হোনো, বোধকৰোঁ আৰু কোঠা মাটিত বঢ়াব নোৱাৰি কাৰণেই। দূৰত আমাৰ মাটি আছে, কিন্তু এই মাজ ঠাইডোখৰ এৰি কোনেও যাব নোখোজে।

দিনৰ দিনটো আৰু ৰাতিও ভালেমান-পৰলৈকে ঘৰখনত ইমান হৈ-চৈ হৈ থাকে যে ক'ৰবাত খন্তেক বহি জিৰাবৰ বা চিন্তা কৰিবৰ কাৰো উপায় নাই। অথচ মোৰ মূৰত চিন্তাইহে বাহ লৈছে। চাৰে প্ৰায়েই কয় যে 'আইডল ব্ৰেইন ইজ ডেভিল্‌চ্‌ ওৱৰ্কশ্বপ্‌'। মোৰ কৰিবৰ একো নাই কাৰণেই মগজুত ভূতে বাহ লব বুলি ভয়তে কিজানি এদিন পঢ়া-শুনা কৰিবলৈকে থিৰ কৰি পেলালোঁ।





'দেউতা'ক মই দেউতা নোবোলোঁ। মঞ্জুহঁতৰ মাককো মা নোবোলোঁ, ললিতাহঁতৰ দৰে বৌও নোবোলোঁ। মা-দেউতা বুলিবলৈ মোক কোনেও শিকোৱা নাছিল যেন লাগে। অৱশ্যে মঞ্জুহঁতৰ মাক মোৰ মা নহয়ো। নৰেনক আগতে দাদা বুলিছিলোঁ। আজিকালি তাকো এৰিলোঁ। মঞ্জুহঁতৰ মাকক কিয় বৌ বুলিবলৈ নিশিকিলোঁ কব নোৱাৰোঁ। বোধকৰোঁ এইখন ঘৰলৈ আমাৰ গাঁৱৰপৰা ময়েই আটাইতকৈ পিছত অহা কাৰণেই শিকিবলৈ নহ'ল। নৰেনক দাদা বুলিবলৈ গাঁৱতে শিকিছিলোঁ, আয়ে (দেউতাৰ মাক) শিকাইছিল, বৰ পুতেকেই হেনো এদিন মোক সৰুতে কোলাত লৈ সেইদৰে কবলৈ শিকাইছিল, যদিও মই তেতিয়া কথা কবলৈ শিকা নাই। বাকীবিলাকক নাম কাঢ়িয়েই মাতোঁ—ললিতা, মঞ্জু, জিতু, ঠুনঠুন আৰু ভদ্ৰ (দেউতাৰ বায়েকৰ ল'ৰা, এইবাৰ কলেজত নাম লগাইছে)। ললিতা মোৰ বয়সীয়া কি দুই-এবছৰৰ ডাঙৰ। আমি একেলগে শোওঁ, খাওঁ, ফুৰোঁ, পঢ়োঁ। মাত্ৰ তাই স্কুলত পঢ়ি আছে, মই পঢ়া নাই।

'দেউতা' মোৰ দেউতা হয় নে নহয়, এই কথা কোনেও নেজানে। অৱশ্যে দেউতা আৰু 'মাহী'ৰ বাহিৰে (মঞ্জুৰ মাকক মাহী বুলিয়েই ইয়াত বুজাম)। তেওঁলোকে জানে যদিও নকয়। কিন্তু নহয় বুলি আজিলৈকে কোনেও কোৱা নাই, বা হয় বুলি নকলেও নহয় বুলি বুজোৱা নাই। গাঁৱত যেতিয়া আছিলোঁ, প্ৰায় বাৰ বছৰীয়ালৈকে, তেতিয়া লগৰ ল'ৰা-ছোৱালীয়ে কথাই কথাই মোক বুজিবলৈ দিছিল যে দেউতাই মোৰ পিতা। মোৰ আচল মাৰ (জন্মদাত্ৰী

মাতৃ ) কথা কিন্তু কোনেও ভালকে নাজানিছিল। আই আৰু ককাই ( নৰহৰি শইকীয়া ) মোক বৰ মৰম কৰিছিল। তেখেতসকলে মোক মাৰ অভাৱ বুজিবলৈ নিদিছিল; কোনোবাই কিবা কৈ জোকায় বুলি বৰ সাৱধান হৈ ফুৰিছিল; মোৰ খোৱা-পিন্ধা পঢ়া-শুনাত খুব চকু দিছিল। মই পাঠশালা পাছ কৰি গাঁৱৰ ওচৰৰ হাইস্কুললৈকো গৈছিলোঁ। কিন্তু লগৰ কোনো ল'ৰা-ছোৱালীয়ে মোক এদিনো জোকোৱা নাছিল। তাৰ কাৰণ, মই ভাবোঁতে, কেবাটাও। যেনে মই ছোৱালীজনী অলপ বেলেগ ধৰণৰ। বৰকৈ কথা-চথা নকওঁ। ওমলা-চোমলাত বৰকৈ ৰাপ নাই। পঢ়িবলৈ ভালপাওঁ। স্কুলৰ পঢ়াখিনি ভালকৈয়ে পঢ়োঁ আৰু ভালমতেই প্ৰত্যেক বছৰে পাছ কৰোঁ। লগৰ ছোৱালীয়ে বৰকৈ মোৰ লগ নলয়, মই বৰকৈ নিবিচাৰোঁ। যিকিজনী ছোৱালীয়ে মোৰ লগত অহা-যোৱা কৰে তাহাঁতে পুতৌ কৰিহে লগ দিয়ে যেন লাগে আৰু কৰ্তব্যবোধতহে যেন সহপাঠিনী এজনীৰ লগত কথা-বতৰা পাতে। আনকি বিস্কুট বা লুজন কিনিলে মোক ভাগ দিয়ে, ল'ৰাই পাৰি দিয়া বগৰী বা আম খাবলৈ ঘৰৰপৰা নিয়া নিমখ অকণ দিয়ে। তাহাঁতে মোক পুতৌ কৰা কাৰণে মই মনে মনে বেয়া পাওঁ। কিন্তু মুখেৰে একো নকওঁ। মুখ খোলা মোৰ স্বভাৱেই নহয়। এই ছোৱালীবোৰে মোৰ আগত দেউতাৰ কথা কলে সহজভাৱেই "তোৰ দেউতাৰ" বুলি কয়। আই আৰু ককায়ো "দেউতাৰ আহিলে" অমুকটো হব, তমুকটো কম বুলি মোৰ আগত কয়। সকলোৱে সহজভাৱে লয় কাৰণে দেউতাক লৈ মই কোনো দিনেই লাজত পৰা নাই, যদিও এখন সাধাৰণ ঘৰৰ দৰে আমি গাঁওখনত পিতৃ-কন্যা হৈ থাকি পোৱা নাছিলোঁ। কিন্তু মাৰ বিষয়ে হলে কোনেও একো নকয়। লগৰ ল'ৰা-ছোৱালীয়ে মাত্ৰ জানে বা কেতিয়াবা কয় যে মোৰ মা এজনী আছিল, মোৰ নিচেই কেঁচুৱাতে মৰিল, আনকি



আমাৰ গাঁৱৰ ঘৰো মোৰ মাই দেখা নাছিল। তলৰ ঘটনাটোৰ-পৰাই মোৰ মা সম্বন্ধে মানুহৰ কি ধাৰণা সেইটো ভালকৈ জনা যাব ঃ

এদিন স্কুলত দুপৰীয়া। লেজাৰৰ সময়ত ল'ৰা-ছোৱালীবোৰ বাহিৰলৈ ওলাই গৈছিল। মই যোৱা নাছিলোঁ, কিন্তু নিজৰ ক্লাচ-ৰুমৰপৰা ওলাই দাঁতিৰ ইটো চেক্সনত সোমাই চিনাকি ছোৱালী এজনীৰ ঠাইত বহি খবৰ-কাগজ এখন পঢ়ি আছিলোঁ। কাগজখন পুৰণি, ছোৱালীজনীৰ হাতত পাই এনেয়ে পাত লুটিয়াইছিলোঁ। কোঠা দুটাৰ মাজত এখন চূণলিপা চট কাপোৰৰ বেৰ। অলপ পিছত সিটো কোঠালৈ কেইজনীমান ছোৱালী সোমাই আহিল। তাহাঁতে বাদাম কিনি খাই খাই আহিছিল। "পূৰ্ণিমা নাই নেকি?" পূৰ্ণিমা বুলি তাহাঁতৰ মুখত মোৰ নাম শুনি মই উৎকৰ্ণ হলোঁ। অলপ পিছতে মাত লগাই তাহাঁতক অবাক কৰি দিম বুলি ভাবিছিলোঁ, কিন্তু কথাৰ সোঁত আনফালে বোৱা দেখি একো নেমাতিলোঁ। সেইমাত্ৰ বাহিৰৰপৰা অহা এজনীয়ে ক'লে, "নাই, বাৰাণ্ডাখনৰ ক'তো কোনো নাই। নিশ্চয় ধূলিও আজি গ'ল দোকানলৈ।" মানে মই বৰকৈ দোকানে দোকানে ঘূৰি নুফুৰোঁ। তেতিয়া আন এজনীয়ে অলপ ফুচ্‌ফুচাই, কিন্তু মই স্পষ্ট শুনিবলৈ পাইছিলোঁ, ইকিজনীক ক'লে, "জান ধূলিৰ জন্ম-ৰহস্য? তাইৰ মাক কেঁচুৱাতে মৰিল সঁচা। কিন্তু দেউতাকে মাকক বিয়া কৰোৱাই নাছিল।" দুজনীমানে একেলগে কৈ উঠিল, "ইহ হয়?" প্ৰথমজনীয়ে ক'লে, "অঁ সঁচা। এতিয়া যিজনী মাক আছে সেইজনী দেউতাকে পিছত বিয়া কৰোৱা। সেইদেখিতো দেউতাকে তাইক গাঁৱত এৰি থৈ গৈছে।"

মই একো শব্দ নকৰাকৈ উঠি বাহিৰলৈ গলোঁ আৰু লাহেকৈ বাকৰিলৈ নামি গলোঁ। আঁতৰি গলোঁ দুখ পাই নহয়, ছোৱালী কিজনীৰ কথা মনে মনে শুনি থাকি ধৰা পৰাৰ ভয়তহে। আচৰিত কথা, মোৰ "জন্ম ৰহস্য" জানিব পাৰিও মই আচৰিত নহলোঁ বা

মনোকষ্ট নেপালোঁ। সংসাৰৰ জটিলতা তেতিয়া মই কিছু বুজা হৈছোঁ। গতিকে সেই সময়লৈকে মোৰ জন্ম সম্বন্ধে লুক-ঢাক চলাৰ-পৰা মই উপলব্ধি কৰিছিলোঁ যে সংসাৰত মোৰ এই অস্বাভাৱিক অৱস্থানৰ কাৰণ ছোৱালীকেইজনীয়ে কোৱা ধৰণৰে কিবা এটা হব।

ছোৱালীকেইজনীৰ কথা সত্য হওক নহওক সেইদিনা এটা সত্য মই আবিষ্কাৰ কৰিলোঁ: দেউতা মোৰ পিতা হলেও তেওঁৰ জীৱনত মই কাম্য নহওঁ। নহলে তেখেতে মোক নি লগতে ৰাখিলেহেতেন।

সেইবাৰ আৰু তাৰপিছতো মোৰ নিজৰ বিষয়ে মোৰ কৌতূহল হৈছে। আই আৰু ককাক একোবাৰ সুধি চাবৰো মন যায়। কিন্তু সোধা আৰু নহ'লগে। কৈছোঁৱেই, মুখ খোলা মোৰ স্বভাৱ নহয়। সুধিবৰ মন গলেও ভাব হয়, তেওঁলোকে সদুত্তৰ দিব নোৱাৰি লাজত পৰিব, তাতকৈ নাসোধাই ভাল। মই যদি তেওঁলোকৰ বৰপুত্ৰৰ অবৈধ সন্তানেই, তেওঁলোকেনো এতিয়া কি কৰিব? মোক ইমান মৰম কৰি খুৱাইছে-পঢ়ুৱাইছে, পুতেকৰ যহত গুচা অভাৱৰ কাৰণে মোক দুহাত উদিয়াই সকলো বস্তু দিছে, তাৰ মাজত মই এটা জঞ্জাল উলিয়াই দিওঁ কিয়? তাতে মোৰ জন্মৰ কাৰণেতো তেওঁলোক দায়ী নহয়। তথাপি যে মোক বুকুত সাবটি লৈছে। মই যদি তেওঁলোকক শ'লঠেকত পেলাওঁ তেন্তে পৰম অকৃতজ্ঞতা দেখুৱাহে হব। গতিকে পূৰ্ণিমাৰ জন্ম-ৰহস্যৰ চন্দ্ৰটো অমাৱস্যাৰ অন্ধকাৰতে লুকাই থাকে।

ককাদেউতাই কানি খাইছিল। নদন-বদন ঘৰখন হেনো তেৱেঁই ধ্বংস কৰিলে। দেউতাই সেই কাৰণেই পঢ়িব নোৱাৰিলে। যি হওক, মই জন্মাৰেপৰা দেউতাৰ সহায়ৰ কাৰণে ঘৰখনত আৰু পইচা-পাতিৰ অভাৱ নোহোৱা হ'ল। গতিকে ককাই নিয়মীয়াকৈ কানি খাই যাবলৈ ধৰিলে যদিও সময়ে সময়ে ইখন সিখন কামো কৰিবলৈ নেপাহৰা হ'ল, বা কানি খাই পাহৰি যাবলৈ যত্ন নকৰা হ'ল। আনকি মানুহ লগাই খেতিও অলপ কৰিবলৈ ধৰিলে।



ঘৰৰ চিৰি ভালেখিনি উলটি আহিল। মোৰ দৰে নবেন আৰু ললিতাই ভাল ধৰণে পঢ়া-শুনা কৰিব পৰা হ'ল। কিন্তু ঘৰখনৰ আগৰ সন্মান উলটি নাহিল। ককাই কানি খাই সকলোৰে ভাত মৰাৰ পিছত ঘৰখনৰ অৱস্থা চাব নোৱাৰা হৈছিল বোলে। আয়ে হে খুজি-মাগি ল'ৰা-ছোৱালীক জীয়াই ৰাখিছিল। ককাৰ চৰিত্ৰৰ সলনি নোহোৱাত গাঁওখনে আমাক একপ্ৰকাৰ এৰিছিল; টানে-আপদে ওচৰ চাপিলে অৱশ্যে সহায় নকৰাকৈ থকা নাছিল, যেনেকৈ চাবহঁতৰ ঘৰখনে সহায় কৰিছিল। সেইযে গাঁওখনে আমাৰ ঘৰ-খনক এৰিলে, পুনৰ আৰু গ্ৰহণ নকৰিলে। বোধকৰোঁ এবাৰ যি নৈতিক চকুত ঘৰখন হীন হ'ল তাক আৰু নোহোৱা কৰিব নোৱাৰিলে। মই অহাত সেই ভাব বেছিহে হ'ল। সামাজিক-ভাৱে মোৰো কোনো ঠাই নাই। কিন্তু হীন ঘৰখনত মোকেই ঠাই দিয়াত ঘৰখনক গ্ৰহণ নকৰিবলৈ সমাজে এটা চেলুহে পালে।

আই আৰু ককাই বোধকৰোঁ সদাই ভয় খাই থাকিছিল মই মোৰ জন্মৰ কথা উলিয়াওঁ বুলি। কাৰণ কিতাপত জন্ম বা মাক-বাপেকৰ কথা পঢ়ি কিবা বুজিব নোৱাৰি সুধিলে প্ৰথমে ককাই আইৰ চকুলৈ চায় আৰু তাৰপিছতহে যিমান পাৰে সহজভাৱে কথাটো বুজাই দিয়ে। কেতিয়াবা মাতৃৰ বিষয়ে অলপ আচহুৱা কথা ওলালে তেওঁলোকে সেই প্ৰসঙ্গ সলাই দিয়ে। যেতিয়া বুজন হৈ আহিলোঁ তেতিয়া মই বুজিলোঁ কিয় তেওঁলোকে এইদৰে কথা লুকুৱাব খোজে। গতিকে মই তেতিয়াৰপৰা সাৱধান হলোঁ সেইধৰণৰ কথা তুলিয়াবলৈ।

সেইবাবে মই দেউতাক দেউতা নোবোলা হলোঁ। অৱশ্যে বৰকৈ এই সম্বোধন কৰিবলৈ মই সুযোগো পোৱা নাছিলোঁ। কাৰণ চহৰৰপৰা দেউতা কাচিৎহে গৈছিল। নিচেই সৰুতে যদি কেতিয়াবা দেউতা দেউতা কৰিছিলোঁ, কথা বুজা হোৱাত তাক এৰি পেলালোঁ। তেনে কৰাত দেউতাই সকাহ পোৱা যেনেই লাগিল।

[ ৩ ]

ভালকৈ পঢ়া-শুনা কৰিবৰ কাৰণে নৰেন আৰু ললিতা এসময়ত ককায়েকৰ লগলৈ গুচি আহিছিল। দেউতাই তেতিয়া ইয়াতে ভালদৰে কাৰবাৰ চলাই, ঘৰ-বাৰী কৰি বহি গৈছে। বিয়াও কৰাইছে ভাল ঘৰৰ ছোৱালী। গতিকে মই অকলশৰীয়া হলোঁ। প্ৰথমে অলপ বেয়া লাগিছিল, উৰুঙা উৰুঙা লাগিছিল। বিশেষকৈ আই আৰু ককাই মন মাৰি থকা কাৰণে মোৰো বেয়া লাগিছিল। কিন্তু মই যে বিশেষ অভাৱ বোধ কৰিছিলোঁ এনে নহয়। মেলা এখনত কোনো কাৰো একো নহয় অথচ সকলোৰে একেলগে থাকি ভাল লাগে। মেলা ভাগিলে নিজান ঠাইডোখৰত থাকিবলৈ বৰ বেয়া লাগে। ঠিক তেনেকুৱা কথা। তেনেহলে নৰেন আৰু ললিতাৰ প্ৰতি মোৰ কোনো আকৰ্ষণ বা মৰম-চেনেহ নাছিল নেকি ?

তাৰ উত্তৰত মোৰ প্ৰশ্ন হ'ল ঃ নৰেন আৰু ললিতাক যে পঢ়া-শুনাৰ কাৰণে দেউতাই আনিলে, মোকো নানিলে কিয় ? মই ভালদৰে পঢ়া-শুনা কৰিব নেলাগে নেকি ? আই আৰু ককাইও বাৰু কিয় মোক পঠোৱাৰ কথা এবাৰো নেভাবিলে, যেনেকৈ পুতেক-জীয়েকৰ কাৰণে ভাবিলে ?

এইটো অধিকাৰৰ প্ৰশ্ন। শইকীয়া বংশত মোৰ অধিকাৰৰ প্ৰশ্ন। যি প্ৰশ্ন মই তুলিব নোৱাৰোঁ। কাৰণ তাৰ উত্তৰ কোনেও দিব নোৱাৰে। আৰু মুখ খোলা মোৰ স্বভাৱ নহয়। নৰেন আৰু ললিতাৰ সৈতে একে ঘৰৰ ছোৱালী হৈ যদি মই তেওঁলোকৰ দৰে সমান দাবী কৰিব নোৱাৰোঁ তেন্তে তেওঁলোকৰ প্ৰতি মোৰ আকৰ্ষণ হয় কেনেকৈ ?



অৰণ্যে আই-ককাৰ লগত থাকি গৈ মই একো বেয়া পোৱা নাছিলোঁ। জনাৰেপৰা গাঁওখন মই দেখি আহিছোঁ, ভালপাই আহিছোঁ। তাৰপৰা গৈ আচহুৱা ঠাইত, বিশেষকৈ নগৰত যে সুখ পাম সেই কথা মই তেতিয়া কেতিয়াও ভাবিব নোৱাৰিছিলোঁ। তাতে আই আৰু ককাই মোক খুব মৰম কৰিছিল। তেওঁলোকে মোক কেতিয়াও পৰ নেদেখিছিল ; ল'ৰা-ছোৱালীৰ ওচৰত মোক কেতিয়াও হীন জ্ঞান নকৰিছিল। ল'ৰা-ছোৱালী যেতিয়া আঁতৰি গ'ল তেতিয়া তেওঁলোকে মোক আৰু বেছি ওচৰ চপাই ল'লে। মোৰ ওপৰতে সকলোখিনি মৰম বাকি দিবলৈ ধৰিলে।

আনকি মোক আয়ে কাম কৰিবলৈকো দিব নোখোজা হ'ল। ঘৰৰ কাম-বন কৰি মই বেয়া নেপাওঁ, কৰিবলৈ নজনাও নহয়। কিন্তু আয়ে মোক একো কৰিবলৈ নিদিয়ে। নৰেনহঁত থাকোঁতেও নিদিছিল। উপযাচি কিবা কৰিবলৈ ল'লে আইৰ খেচ খেচনিত আধা-কৰাকৈ এৰি আহিব লগাত পৰিছিলোঁ। আয়ে আমাক কাম কৰিবলৈ শিকাইছিল, কিন্তু কামতে লাগি থাকিবলৈ নিদিছিল। আইক আগ্ৰহ কৰি কিবা সহায় কৰিবলৈ যাওঁতেও যদি ডাবি দি ঘূৰাই পঠাইছিল তেন্তে মই মিছামিছিকৈ ভাবি লৈছিলোঁ যে সাধাৰণ গতত ঘৰৰ কাম কৰাৰ মোৰ অধিকাৰ নাই ! আয়ে মৰমতে কাম কৰিবলৈ নিদিয়ে, ময়ো বেয়া নেপাওঁ তথাপি মোৰ ভাব হয় যেন মই এই সংসাৰত কাৰো একো নহওঁ ; মই কি মই নিজেই নেজানো আৰু সেই কাৰণেই একোতে খাপ খাব নোৱাৰোঁ।

অৱশেষত এদিন ময়ো দেউতাৰ লগলৈ আহিব লগাত পৰিলোঁ। ককা ঢুকুৱাতে এনে হ'ল। এমাহমান কিবা অচিন ৰোগত পৰি আছিল। দেউতাহঁতে ডাক্তৰ নিছিল। কিন্তু বচাব নোৱাৰিলে। আয়ে ইনাই-বিনাই কান্দিলে। ললিতাই চকুপানী টুকিলে। দেউতা আৰু নৰেনে মুখ গোমোঠা কৰি বহি থাকিল। মই আইক

চলাতালিবলৈ ধৰিলোঁ। মাহেকীয়া কাম নোহোৱালৈকে আয়ে মোক ওচৰৰপৰা এৰি দিয়া নাছিল। সেইবাৰ জিতু হোৱাৰ সময়। সেই বাবে মাহী আহিব পৰা নাছিল।

মতামানুহ নোহোৱা হ'লত দেউতাই আমাক নগৰলৈ লৈ আহিব খুজিলে। কিন্তু আই মান্তি নহ'ল। তাৰ পৰিৱৰ্তে তেওঁ জীয়েক-জোঁৱায়েকৰ তালৈকে গ'লগৈ ; শহুৰেক ঢুকুৱাত জীয়েকো বৰ অকলশৰীয়া হৈছিল। জোঁৱায়েকে বহুত দিনৰপৰা শাহুৱেকক মাতিও আছিল লগত থাকিবলৈ। গতিকে অকল ময়েই দেউতাৰ লগত গুচি আহিলোঁ। আইৰ লগত মই যোৱাৰ প্ৰশ্ন নুঠিল। লোকৰ ঘৰ, লোকৰ সমাজ ; মই গ'লে মিছাই এটা আহুকালৰ সৃষ্টি হব ; গতিকে সেইটো প্ৰস্তাৱ কোনেও নিদিলে। ময়ো কন্দা-কটা কৰি নধৰিলোঁ যে মই আইৰ লগতে যাম। কাৰণ মোৰপৰা হব পৰা আহুকালৰ কথা ময়ো ভালদৰে উপলব্ধি কৰিছিলোঁ। দেউতাৰ লগত নগৰলৈ গুচি অহাৰ বাহিৰে মোৰ উপায় নাছিল।

কিন্তু আহিবৰ দিনা ঢুক-ঢুক কঁপা বুকুখনে হাহাকাৰ কৰি উঠিছিল। সেইদিনাই জোঁৱায়েকৰ লগত এফালে আই গুচি গৈছিল আৰু আনফালে আমি যাত্ৰা কৰিছিলোঁ চহৰ অভিমুখে। আইক চিৰদিনলৈ এৰিব লগাত মনটো বৰ বেয়া লাগিছিল। চিৰ-পৰিচিত গাঁওখনক এৰিও বৰ দুখ লাগিছিল। নগৰৰ ভৱিষ্যৎ অজ্ঞাত। শান্তিৰে থকা চিৰ-চিনাকি গাঁওখন আৰু অকাতৰে মৰম কৰিব পৰা আইক এৰি গৈছোঁ। এই সন্ধিক্ষণত মোৰ নিচিনা সংসাৰ বুজিবলৈ আৰম্ভ কৰা এজনী ছোৱালীৰ মনৰ অৱস্থা কি হব পাৰে সহজেই অনুমান কৰিব পাৰি। তেতিয়াও মই কন্দা নাছিলোঁ ; কিন্তু ভিতৰি ভিতৰি অজান আশঙ্কাত মই বৰ ব্যাকুল হৈ উঠিছিলোঁ।





অনুমান কৰা মতেই চহৰৰ জীৱন মোৰ কাৰণে একেবাৰে আচহুৱা পালোঁ। ঘৰটো এতিয়াৰ দৰে ডাঙৰ নাছিল যদিও মই আহোঁতেও ইয়াতে আছিল ; লাহে লাহে ডাঙৰ হৈ আহিব ধৰিছিল, বোধকৰোঁ দেউতাৰ কাৰবাৰ ডাঙৰ হৈ যোৱাৰ লগে লগে।

নৰেন আৰু ললিতাৰ মাজত মই জনা নৰেন আৰু ললিতাক বিচাৰি নেপালোঁ। সিহঁতৰ সাজ-পাৰ, কথা-বতৰা সকলো সলনি হৈ গৈছে। নৰেন আমাতকৈ বয়সে ভালেখিনি ডাঙৰ ; মেট্ৰিক পাছ কৰি কলেজত নাম লগাইছে। শকত, নিপোটল হৈছে, ভাল দামী জোতা কাপোৰ পিন্ধে, চিগাৰেট খায়, মটৰ চলায়। ললিতাও ভালেখিনি শকত-ডাঙৰ হৈছে, ধুনীয়াও হৈছে। তায়ো দামী কাপোৰ-কানি পিন্ধে। স্কুললৈ গৈ আছে, কিন্তু দুদিনমানতে মই বুজিব পাৰিলোঁ, তাই পঢ়া-শুনাত মোতকৈ একো উন্নতি কৰিব পৰা নাই, বৰং বেয়াহে কৰিছে যেন লাগিছে।

দেউতা ভীষণ ব্যস্ত। ঘৰত প্ৰায় নেথাকেই, অনবৰত মটৰত ঘূৰি ফুৰে, কাম চাই ফুৰে। ৰিক্সাই-মটৰে-মানুহে ব্যস্ত চহৰখনৰ দৰেই। খোৱা-শোৱাৰো ঠিক নাই। দেখিলে কেতিয়াবা বেয়াই লাগে ; ভাব হয় এইদৰে দেহা মাৰি ধন নঘটিলেও হয় দেখোন। কিন্তু দেহা মৰাটো ডাঙৰ কথা নহয়, ধন ঘটাটোহে ডাঙৰ কথা। কাৰণ ধন নহলে চহৰত থাকিব নোৱাৰি, নৰেন আৰু ললিতাই দামী কাপোৰ-কানি লব নোৱাৰে, মটৰ চলিব নোৱাৰে আৰু বহুত কিবা-কিবি হব নোৱাৰে।

মাহীয়ে মোক কি বুলি গ্ৰহণ কৰিলে কব নোৱাৰোঁ। তেওঁ

চহৰৰ জীয়ৰী। মই তেনেই গাঁৱৰ। বেছ কিছুদিনলৈ মই ঠাইতে জুপুকা মাৰি বহি কটালোঁ। নতুন ঘৰখনৰ হুলস্থূলত মই মিলিব পৰা নাছিলোঁ। খোৱা-বোৱাতো বৰ আহুকাল পাইছিলোঁ, ঠাকুৰ নামৰ মতা ৰান্ধনি-বামুণে বন্ধা খাই বৰ ঘিণ লাগিছিল। এই কাৰণেই হবলা মোৰ বেমাৰ হৈ গ'ল। এসপ্তাহমান বিচনাত পৰি আছিলোঁ। ডাক্তৰে চাই ঔষধ দিছিল। দেউতাই খবৰ কৰিছিল। কিন্তু বেছিভাগ খবৰ কৰিছিল ললিতাই। তাইৰ লগতে মোৰ ঘনিষ্ঠতা বেছি আৰু তাইকে মোকে একেটা কোঠাতে শুবলৈ দিছিল। তাই মোক ঔষধ-পথ্য খুৱাই, নিজে প্ৰসাধন কৰি কৰি, মোক নতুন পৰিবেশত কেনেকৈ চলিব লাগিব শিকাই দিছিল। এইখন যে চহৰ, গাঁৱৰ নিচিনা মুঠেই নহয়, মুঠতে এই কথাটো পদে পদে মনত ৰাখিবলৈ কৈছিল। তাতে বৌ, মানে মাহী ঘৰৰ ভিতৰত সৰ্বেসৰ্বা। আৰু তেখেত নগৰৰ ছোৱালী, ঘৰত নগৰৰ মতে সকলোৱে চলাটো বিচাৰে। ললিতাৰ শিকনিৰপৰা যে মোৰ বহুত উপকাৰ হ'ল সেই বিষয়ে কোনো সন্দেহ নাই। কিন্তু তথাপি ললিতাৰ এই পাঠদানৰ মাজত মই দখিবলৈ পাইছিলোঁ তাইৰ প্ৰভুত্ব কৰাৰ বাসনা। কিছুমান বিষয়ত যে তাই মোতকৈ ওপৰত, সেইটো দেখুৱাব খুজিছিল। গাঁৱত থাকোঁতে পঢ়া-শুনাত তাই সদাই মোৰ হাতত হাৰ মানিব লগাত পৰিছিল। তাৰবাবে তাই ঘৰে-পৰে বৰ লাজ পাইছিল। এতিয়া যেন সেই পৰাজয়ৰ গ্লানি এইদৰে মোৰ ওপৰত প্ৰভুত্ব খটাই দূৰ কৰিব খুজিছিল।

মাহীয়ে ভালেমান দিনলৈকে মোক মতাই নাছিল কিন্তু শত্ৰুতা-বশতঃ নহয়, সহজ হব নোৱাৰিহে মতা নাছিল, ময়ো যেনেকৈ সহজ হব পৰা নাছিলোঁ। তাৰপিছত লাহে লাহে আমি সহজ হৈ আহিবলৈ ধৰিলোঁ। মাহীয়ে প্ৰথমে মোৰ লগত আনৰ যোগেদি আওপকীয়াকৈ কথা কবলৈ ধৰিলে। তাৰপিছত হয়তো এদিন কেঁচুৱা লবলৈকে



ক'লে, এদিন দেউতাক চাহ দিবলৈকে ক'লে, ইত্যাদি। ইতিমধ্যে ময়ো নিজকে চম্ভালি লব ধৰিছিলোঁ। আজীৱন (?) ইয়াতে থাকিবই লাগিব যেতিয়া ইয়াৰ লগত খাপ খাবলৈ চেষ্টা কৰাই ভাল, ইয়াকে মই ভাবিলোঁ। ঘৰখনৰ ভিতৰতে স্বাধীনভাৱে ইফাল-সিফাল কৰিব ধৰিলোঁ, উপযাচি মঞ্জু বা জিতুৰ লগত খেলিবলৈ ধৰিলোঁ, ইত্যাদি। পিছত এদিন কেনেকৈ যে মাহীৰ মুখত মই ধূলি আৰু মনত তই হৈ গলোঁ কবই নোৱাৰোঁ। ময়ো মাহীক সহজভাৱে গ্ৰহণ কৰিব পৰা হলোঁ, যদিও তেওঁক একো সম্বোধন ধৰি মাতিব নোৱাৰিলোঁ।

মাহী (নাম প্ৰভা) মানুহগৰাকী মিঠামুখীয়া, যদিও বেছ খং কৰিব পাৰে। গাৰ বৰণ বগা, নিয়মীয়া ওখ আৰু স্বাস্থ্য ইমান ভাল যে বেছি শকত শকত লাগে। নাকটো জোঙা, পোন আৰু অলপ ডাঙৰ। বৰ গম্ভীৰ মানুহ, আনৰ লগত কথা পাতিলে সাধাৰণতে তললৈ চাই থাকে। নিজে সকলো কাম নকৰে যদিও—কৰিব নাগালেও—মাহীয়ে গোটেই ঘৰখন বেছ দক্ষতাৰে তদাৰক কৰে। নৰেনক ধৰি আমি ল'ৰা-ছোৱালী এটায়ো ভাবিব নোৱাৰোঁ মাহীৰ অবিহনে এদিনলৈকে আমাৰ চৰুৰ তলত জুই জ্বলিব নে নজ্বলে।

দেউতাৰ লগত দিনটোত মাহীৰ কমেই দেখাদেখি হয় যদিও তেখেতসকলৰ সম্পৰ্ক মধুৰ। কেতিয়াবা খুটখাট লাগিলেও আজিলৈকে আমি তৰ্কাতৰ্কি বা ডাঙৰ কাজিয়া দেখা নাই। ঘুনুক-ঘানাককৈ শুনিছোঁ বোলে তেখেতসকলৰ বিয়া আছিল প্ৰেমৰ। এনে কথালৈ আমি কাণ দিব নেপায় কাৰণে এই বিষয়ে আমি বৰকৈ কথা নেপাতোঁ। কিন্তু দেউতাই ভিতৰত বহি চাহ খালে বা খবৰ-কাগজখন পঢ়িলে ল'ৰা-ছোৱালীৰ জৰিয়তেই মাহীক ঠাট্টা-মস্কৰা কৰা দেখিলে আমাৰ বুজিবলৈ বাকী নেথাকে যে দেউতা আৰু মাহীৰ মাজত প্ৰীতি এতিয়াও অটুট হৈ আছে। দেখি মোৰ ভাল লাগে।

কিন্তু মোৰ চহৰীয়া জীৱনৰ আটাইতকৈ ডাঙৰ কথা হ'ল, মই

একেবাৰে নিষ্কৰ্মা হৈ গলোঁ। কৰিবলৈ কাম মই একোকে বিচাৰি নোপোৱা হলোঁ। গাঁৱত আয়ে একো কৰিব নিদিছিল, তথাপি অকলশৰীয়া আইজনীক ইটো-সিটো সহায় কৰি দিয়াত বাধা একো নাছিল। কিন্তু ইয়াত কাক সহায় কৰিম? পাকঘৰত ৰান্ধনি আছে। ঠাই সাৰিবলৈ আপী আছে। কেঁচুৱা লবলৈ আয়া আছে। কাপোৰ ধুবলৈ ধোবা আছে। কেতিয়াবা মাহীয়ে কলে পাকঘৰৰপৰা চাহৰ ট্ৰেখন আনি দেউতাৰ সমুখত দিওঁহি। কেতিয়াবা বাহিৰত বহি থকা আলহীলৈ তামোল কাটি দিওঁ। আৰু কি কৰিম? গোধূলি প্ৰায়েই ললিতাৰ লগত এপাক ওলাই যাওঁ, কাচিৎ কেতিয়াবা চিনেমা-থিয়েটাৰ-মৌমেল চাবলৈ যাওঁ। কিন্তু দিনটোত ওলাই যাবৰ উপায় নাই। ঘৰটোত বাহিৰা কিতাপ যিকেখন আছে—সৰ্বমুঠ পাঁচ-খনমান হব—তাকে পঢ়োঁ। নহলে ললিতাৰ পঢ়া কিতাপকে পঢ়োঁ। কিন্তু দিনৰ দিনটোতো কিতাপকে পঢ়ি থাকিব নোৱাৰি। ঘৰখনত আলোচনী এখন দেখিবলৈ নাই; নৰেনে নিয়মীয়াকৈ অনা 'ফিল্ম-ফেয়াৰ'খন সকলোৱে নিয়মীয়াকৈ চায়। ললিতাই মই একেলগে শোওঁ। ৰাতি মই প্ৰায়েই আগতে বিচনাত পৰোঁ। ললিতাৰ গাৰুৰ তলত খচমচনি উঠিলেই বুজোঁ যে নতুন 'ফিল্ম-ফেয়াৰ' আহিছে। সেই ৰাতি বিচনাৰ দাঁতিত বহু-পৰলৈকে টেবুল-লেম্প জ্বলি থাকিব। দেউতাই খবৰ-কাগজত চকু ফুৰোৱাৰ বাহিৰে বোধহয় একো নপঢ়ে। কাৰণ তেখেতসকলৰ কোঠাত মই কিতাপ দেখা নাই। মাহীয়ে যদি পঢ়ে তেন্তে নৰেন বা আমাৰ কোঠাৰপৰাই নি পঢ়ে। ললিতা স্কুললৈ যায় আৰু ঘৰত স্কুলৰ কিতাপ পঢ়ে। মই কি কৰিম? সেই বাবে গা ধোৱা, ভাত খোৱা, কাপোৰ পিন্ধা আদি কামবোৰ লাহে লাহে কৰিও যেতিয়া দিনটোৱে ট-টকৈ মোৰ ফালে চাই থাকে তেতিয়া মোৰ মনটোৱে হাহাকাৰ কৰি উঠে। মোৰ মনটোৱে এৰি অহা গাঁওখনলৈ লৰ মাৰিব খোজে। তাত বাৰীয়ে-পথাৰে পিনপিনাই



ফুৰিব পাৰিম, চাৰহঁতৰ ঘৰৰপৰা কিবা আনিবলৈ আয়ে পঠালেহেতেন, গুণগুণাই কিবা ঘৰৰ কাম কৰিবলৈ গৈ আইৰ ডাবি খাব পাৰিলোঁহেতেন···।

মোক স্কুলত নাম লগাই দিয়াৰ কথা কোনেও নুলিয়ালে। মানে কোনেও নেভাবিলে। যেনেকৈ নৰেন আৰু ললিতাক প্ৰথমে পঢ়িবলৈ ইয়ালৈ আনোতে মোক অনাৰ কথা কানেও নেভাবিলে। মোৰ পঢ়িবৰ আগ্ৰহ কাতোকৈ কম নাই, অন্ততঃ নৰেন-ললিতাতকৈ। আগ্ৰহ থকা কাৰণেই এতিয়া প্ৰাইভেটকৈ মেট্ৰিক পৰীক্ষা দিব খুজিছোঁ। ইয়ালৈ অহাৰ লগে লগে মোক নাম লগাই দিয়াহলে মই দিনটোৰ ভালেখিনি সময় ব্যস্ত হৈ থাকিব পাৰিলোঁহেতেন। নৰেন-ললিতাৰ বন্ধু-বান্ধৱীবিলাকৰ লগতো মোৰ দেখা-দেখি চিনা-পৰিচয় হৈছে কিন্তু কাৰো মুখত সিহঁত দুটা ভাল ছাত্ৰ-ছাত্ৰী বুলি শুনা নাই। বৰং দুয়ো এবাৰ এবাৰ ফেলহে মাৰিছিল বুলি শুনিছোঁ। মই লক্ষ্য কৰিছোঁ সিহঁতৰ পঢ়াটো কৰ্তব্যহে; মোৰ কাৰণে কিন্তু সেইটো চখ আছিল। মটৰ লৈ ঘূৰি ফুৰিবলৈ পালে নৰেনক একো নেলাগে; বন্ধু-বান্ধৱী গোটাই লৈ সি ঘনাই পিকনিক খাইলৈ যায় নাইবা থিয়েটাৰ কৰাত ব্যস্ত থাকে। মদো খায়। ছাত্ৰ হৈ মদ খোৱা কথাটো ভাবিলেই মোৰ কেনেবা কেনেবা লাগে। যিদিনা বহু ৰাতি কৰি ঘৰলৈ আহে আৰু ভাত নোখোৱাকৈ শুই থাকে, সেইদিনা ধৰি আহিছে বুলি আমি বুজিব পাৰোঁ। এবাৰ ছোৱালী সংক্ৰান্ত কিবা বদনাম এটাও ওলাইছিল; দেউতাই তাৰ কোঠাত সোমাই তাক খুব গালি পাৰিছিল। ললিতাক কাপোৰ-কানি পালে আৰু একো নেলাগে। এটা ডাঙৰ ট্ৰাঙ্ক বিবিধ শাৰীৰে ভৰি আছে; মেখেলা-চাদৰো আছে। দুযোৰ চালৱাৰ-কামিজো আছে। ললিতাই শাৰীয়েই সাধাৰণতে পিন্ধে। সৰস্বতী পূজাত কিন্তু মেখেলা-চাদৰ পিন্ধে, ৰাতি

বিচিত্রানুষ্ঠান চাবলৈ গ'লে চালৱাৰ-কামিজ পিন্ধি যায়। প্ৰসাধনৰ লেখ মই দি অঁটাব নোৱাৰিম। তাই মোকো শাৰী পিন্ধিবলৈ কৈছিল। মই পিছে নোৱাৰিলোঁ। তথাপি গাঁৱৰপৰা অনা কপাহী মেখেলাবোৰ বন্ধ কৰি তাই মোক জোৰ কৰি দুযোৰমান মুগা আৰু পাটৰ মেখেলা দেউতাক কৈ কিনি দিলে। ললিতাই ৰাতি টেবুলত বহু-পৰলৈকে পঢ়া-শুনা কৰে; কিন্তু বেছিভাগ কিবা লিখিহে থাকে। চিঠিয়েই লিখে হবপায়; কাৰণ ওচৰলৈ গ'লে লুকুৱায়। ক'ৰ জানো ডেকা ল'ৰাবোৰৰ লগত তাই ঘৰতে বহি মেল মাৰি থাকে, হাঁহি-খিকিন্দালি কৰি থাকে। দেখি ভাল নেলাগে। দেউতাই সেইবোৰ গমেই নেপায়। মাহীয়ে কেতিয়াবা কিবা অজুহাতত ভিতৰলৈ মাতি লৈ যায়। ললিতাই কেতিয়াবা মোৰ আগত এনেকুৱা কথা কয় যে মোৰ লাজেই লাগি যায়। গোধূলি ফুৰিবলৈ ওলাই গ'লে তাই ফুচফুচাই কব, "মোৰ ফালে কোনে কোনে চাইছে চাবি দেই।" মই কেতিয়াবা কওঁ, "সকলোৱে ঘূৰি ঘূৰি চাইছে দে—তোলৈকে চাইছে, মোলৈ চোৱা নাই।" তাই হাঁহি এটা মাৰি কয়; "*চালে কি হব, নহয়?*" নিলেহে! পিছে সেইবুলি যাৰে-তাৰে লগত যাবও নোৱাৰি নহয়?" মই লাজতে মৰি যাওঁ। ৰাতি বিচনাত তাই কিবা ছটফটখন কৰি থাকে; ভালকৈ টোপনি নাহে বোধকৰোঁ। দেউতাই সিহঁত দুটাৰ পঢ়া-শুনাৰ একো খবৰ নলয়, মাত্ৰ কাচিৎ এইদৰে কয়, "এইবাৰ ফেল কৰিলে চাবি।" তাৰ মানে নৰেন-ললিতাই ফেল কৰিব বুলি দেউতাই আশঙ্কা কৰে। তথাপি সিহঁতক পঢ়াৰ সুবিধা কৰি দিছে আৰু মোৰ পঢ়াৰ বিষয়ে কোনেও নেভাবিলে।

মোৰ কথা ভাবিবৰ কাৰো সময় নাই। মঞ্জু-জিতুহঁতক স্কুলত দিয়া হৈছে, সেইটো নিয়ম। নৰেন-ললিতাই আগৰেপৰা পঢ়ি আছে। দেউতাৰ বায়েকৰ (মোহিনী) ল'ৰা ভদ্ৰই পঢ়িবলৈকে



আহিছে—নিৰ্জু ল'ৰা, সি নিজৰ ভাগেই থাকে, মোৰ লগত গাঁৱৰ কথা পাতে। মোৰ পঢ়াৰ কথা কোনে ভাবিব? দেউতাৰ সময় নাই; তেখেতৰ নিজৰ কাৰবাৰৰ কামেই লেথাৰি-নিছিগা। মাহীৰ ভাবিবৰ মন যায় নে নেযায় নেজানো, কিন্তু তেখেতো ঘৰখন লৈ ব্যস্ত, নিজৰ ল'ৰা-ছোৱালী আছে। ললিতাৰ লিখা-পঢ়া-স্কুল, কাপোৰ-কানিয়ে দিনটোৰ ওঠৰ ঘণ্টামান লয়; বাকী ছঘণ্টাতো শুবও লাগিব। মোলৈ তাইৰ সময় ক'ত? যিখিনি সময় মাজে মাজে মোক দিয়ে তাতো বান্ধৱীহঁতৰ দেহ-মনৰ দোষ খোচৰোঁতেই যায়। চিনাকি-অচিনাকি সকলো ছোৱালীৰ বিষয়ে তাই এনে ধৰণে কয় যে অনুমান হয় সংসাৰত মাত্ৰ এজনীহে ৰূপে-গুণে অতুলনীয়া ছোৱালী আছে আৰু তাইৰ নাম ললিতা। মোৰ কথা ভাবিবৰ সময় নৰেনৰো নাই। মটৰ, চিগাৰেট, কলেজ, পিকনিক, থিয়েটাৰ এইবোৰে তাক আন সকলোৰেপৰা আঁতৰাই ৰাখে। মোৰপৰাও আঁতৰাই ৰখাৰ আৰু এটা কাৰণ আছে যিটোৰ কাৰণে মই নৰেনক দাদা বোলাৰ অভ্যাস এদিন এৰি দিলোঁ।

ইয়ালৈ আহিবৰেপৰা নৰেনৰ চকুলৈ চাবলৈ মোৰ ভয় লগা হ'ল। আগতকৈ সি ডাঙৰ-দীঘল হৈছে, গোঁফ ৰাখিছে। ডেকা হৈছে। ছোৱালীৰ প্ৰতি তাৰ মধুৰ আকৰ্ষণ হোৱা স্বাভাৱিক, যেনেকি ডেকাৰ প্ৰতি গাভৰুৰ আকৰ্ষণ হয়। কিন্তু তাৰ চকুত যে ময়ো সেই ছোৱালী হৈ পৰিলোঁ, সেইটোহে মোৰ কাৰণে বৰ আচৰিত কথা। তাৰ চকুত কিহৰ জ্যোতি মোৰ বুজিবলৈ বাকী নাথাকিল। মই মনে মনে শিয়ৰি উঠিলোঁ। তাৰ লগত মোৰ তেজৰ সম্পৰ্ক আছে। সেই কথা সি নিশ্চয় নজনা নহয়। মই তাৰ ককায়েকৰ সন্তান। তেনেস্থলতো সি মোৰ ফালে অৰ্থপূৰ্ণ বেয়া চাৱনিৰে চাব, এই কথা মই কেনেকৈ আশা কৰিব বা সহ্য কৰিব

পাৰিম ? সুবিধা পালেই সি মোক নানা ধৰণৰ অসৎ ইঙ্গিত দিয়ে। মোক গাড়ীত তুলি অকলে ফুৰাবলৈ নিব খোজে। মই সাৱধানে তাৰ গা এৰাই ফুৰোঁ। ললিতা লগত নগলে মটৰত কেতিয়াও নুঠোঁ। মটৰত উঠিলেও তাৰ ওচৰত কেতিয়াও নবহোঁ। কিন্তু এদিন ঘৰতে গোধূলি অকলশৰে পাই সি মোক ঠেকত পেলালে। কেনেবাকৈ লাইট নুমাই যোৱাত মই বাহিৰলৈ লৰালৰিকৈ ওলাই আহোঁতে নৰেনৰ মুখতে পৰিলোঁ। সি মোক সাবটি ধৰিলে। জোটাপুটি লগাই এৰাই আহিবলৈ আপ্ৰাণ চেষ্টা কৰি মই ফোপাই ফোপাই কলোঁ যে চিঞৰি দিম। ঠিক সেই সময়তে লাইট জ্বলি উঠাত সি পলাই পত্ৰং দিলে। ভাগ্যে দৃশ্যটো কোনেও নেদেখিলে। মোৰ গা জ্বৰ-ঘমাদি-ঘামিবলৈ ধৰিলে। সেইদিনা মোক অসময়ত গা ধোৱা দেখি সকলো অবাক হৈছিল। কিন্তু কোনেও একো নুসুধিলে। ময়ো একো নকলোঁ। কলেনো কি হব? নৰেনক ঘৰৰপৰা নিশ্চয় উলিয়াই নিদিয়ে। হয়তো মোকেই উলিয়াই দিব, ধৰি-বান্ধি কোনোবা এটাৰ লগত বিয়া দি। তাৰ কাৰণে মই প্ৰস্তুত নহওঁ।

সেয়েহে মোৰ মনত খেলায়, মই কি? কাৰোবাৰ সন্তান হৈও মই স্বীকৃতি নেপাওঁ। কামুক নৰেনে তেজৰ সম্বন্ধকে অস্বীকাৰ কৰিলে। মোৰ অস্তিত্ব কি? একো নাই। অস্তিত্ব মই গঢ়ি লব খুজিছোঁ। মেত্ৰিক পাছ কৰি যদি কলেজত পঢ়িব পাৰোঁ তেন্তে হয়তো স্বাধীন জীৱন এটা মই বিচাৰি লব পাৰিম। মই হেৰাই যাব নোখোজোঁ। চাৰে মাষ্টৰি কৰি স্বাধীন হৈ আছে। ময়ো তেনেকুৱা কিবা এটা কৰিব পাৰিম নিশ্চয়।



## গজেনৰ কথা

[ ১ ]

জানো প্ৰভাই বেয়া পায়। কিন্তু উপায় নাই। মোৰ নিজৰ ভাল লগাৰ উপৰি কামিনীৰ ওচৰলৈ যোৱাৰ ওপৰত মোৰ অস্তিত্বও ভালেখিনি নিৰ্ভৰ কৰিছে। "পুৰুষ ভোমোৰা বুলি এনেয়ে নকয়।"—প্ৰভাই হাঁহি হাঁহিয়েই কথাকেইটা কৈছিল। কিন্তু বিষ মিঠা হোৱাৰ দৰে তাতো বেছ চোক আছিল। মই কামিনীৰ ওচৰলৈ যোৱাটো চহৰত বহুতেই গম পাইছিল। প্ৰভায়ো কেনেবাকৈ গম পালে। দুদিনমান নমতা-নোবোলাকৈ থাকি ওফোন্দ পাতিলে, তাৰপিছত ভৰ্ৎসনা কৰিলে। খোলাখুলিকৈ কামিনীৰ কথা ক'লে। মই বুজাবলৈ চেষ্টা কৰিলোঁ যে মোৰ কোনো অসৎ উদ্দেশ্য নাই, দুজন ডাঙৰ অফিচাৰক সন্তুষ্ট ৰাখিবৰ কাৰণেই মই কামিনীৰ ওচৰলৈ যাবলগাত পৰিছোঁ। অফিচাৰ দুজনৰপৰা মোৰ কাৰবাৰত বহুত কাম হয়। তেওঁলোকক মই এৰিব নোৱাৰোঁ। প্ৰভাই বিশ্বাস নকৰিলে। কিন্তু এই লৈ বেছি উচ্চ-বাচ্যও আৰু নকৰিলে। তেওঁ অলপ বেছি গম্ভীৰ হৈ গ'ল।

কামিনী বেয়া ছোৱালী। সকলোৱে জানে। এজন সাধাৰণ দুখীয়া কেৰাণীৰ ছোৱালী। ল'ৰা-ছোৱালী বহুত হৈ মাক মৰিছিল। পৈত্ৰিক খেৰী-ঘৰ ভাগি গৈছিল। বাপেক হৰনাথ শৰ্মা অসমৰ্থ। দেখনিয়াৰ, অলপ শিক্ষাৰো পোহৰ পোৱা, চৌখীন অভিনয়ত ভাগ লোৱা কামিনীয়ে ঘৰৰ ভাৰ ল'লে। সকলোৰে ভাল হ'ল। ল'ৰা-ছোৱালীয়ে স্কুলমে খাই-বৈ পঢ়িব পৰা হ'ল, ভাল কাপোৰ-কানি লব পৰা হ'ল, ঘৰ পকা হৈ উঠিল। মানুহে ছিঃ ছিঃ কৰিলে। কিন্তু তাৰ বহু আগতেই হৰনাথ



এ. ধু.—৩

শৰ্মাই মদৰ বটলত টুপাই বুৰ মাৰিছে। অফিচাৰ দুজন—ধৰক মিঃ কটকী আৰু মিঃ ৰহমান—শৰ্মাৰ প্ৰভু স্বৰূপ। তেওঁৰ জীয়েকৰ ওপৰত দুয়োৰে চকু পৰি আছিল। তেখেতসকলৰ ইঙ্গিতত মই মধ্যস্থতা কৰিলোঁ। তেনে কৰিবলৈ ভালপোৱা নাছিলোঁ। কিন্তু কৰিবলৈ বাধ্য হলোঁ। ব্যৱসায়ৰ কাৰণে তেখেতসকলৰ ওচৰত মই বাধ্য। কামিনীৰ চৰিত্ৰ লাহে লাহে ৰজনজনা হৈ আহিছিল। সেইবাবে জানি-শুনি, দেখাদেখিকৈ কোনেও শৰ্মাৰ ঘৰলৈ যাব নোখোজে। কিন্তু মই বাধ্য হলোঁ। শৰ্মাৰ সংসাৰ ভালকৈ নচলাৰ এটা কাৰণ মদৰ প্ৰতি তেওঁৰ দুৰ্বলতা। সস্তীয়া ফুলী চাৰাপ বা গাঁৱত বনোৱা চাউলৰ মদেৰেই তেওঁ পিয়াহ পলুৱাইছিল। মই বিলাতী অমৃতৰ সোৱাদ দিলোঁ, স্বৰ্গৰ প্ৰলোভন দেখুৱালোঁ। মিঃ কটকী আৰু মিঃ ৰহমানৰ নিৰ্দেশ আৰু উৎসাহত মই টকা ঢালিলোঁ। হৰনাথ শৰ্মা মদত বুৰ গ'ল, তাহানি সুন্দৰীৰ ৰূপত যেনেকৈ হৰমোহন হৈছিল। কামিনীৰ লগত সাক্ষাৎ কৰা টান নহ'ল। টুকুৰিয়াই চালোঁ, বাজিল। নেচালেও হ'লহেতেন। তাই ধৰা দিলে। মিঃ কটকী আৰু মিঃ ৰহমান গোধূলি আহিল, বহুত গোধূলি আহিল, বহুত ৰাতি গ'ল। চাহ চলিল, তামোল চলিল, চিগাৰেট চলিল, কথা চলিল, মদো চলিল। মই প্ৰায়েই উপস্থিত থাকিবলগা হ'ল, কাৰণ মই শিখণ্ডীৰ কাম কৰিবলগা হ'ল—মিঃ কটকী আৰু মিঃ ৰহমান সুউচ্চ চৰকাৰী বিষয়া, ভাল ঘৰৰ সন্তান, ঘৰ-গৃহস্থী আছে; কোনোবাই কিবা কলে কব পাৰিব, গজেন শইকীয়া ডাঙৰীয়া উপস্থিত আছিল, ভদ্ৰলোকৰ ঘৰলৈ গ'লে কি হয়?

কামিনী চতুৰ। সহজে ধৰা নিদিয়ে। মন গলাই কথা কব জানে, অভিমান কৰিব জানে, খং কৰিব পাৰে আৰু চকীৰ হেণ্ডেলত বহি চুলিত আঙুলি বুলাবও জানে। কাজল-সনা চকুদুটা ডাঙৰ, পিৰঠিবোৰ ৰঙচুৱা, ওঁঠদুটি টিকটিক কৰে ৰঙা, মোক-খা মোক-খা কৰি থাকে। গাত থাকিব নোখোজা জৰ্জেটৰ শাৰীৰ তলত হাত-খৰা, পেট-ওলোৱা,



বুকু ওলাব খোজা ব্লাউজ পিন্ধে। আমিয়েই অকল নহয়, বহুতেই হৰনাথ শৰ্মাৰ ঘৰলৈ অহা-যোৱা কৰে। কেতিয়াবা অদৰকাৰী মানুহৰ সৈতে অগা-ভেটা হোৱাৰ শঙ্কা থাকে। সেইবাবে মিঃ কটকী আৰু মিঃ ৰহমানৰ হৈ দিন থিৰ কৰিব লাগে। কামিনীয়ে দিন থিৰ কৰি দিয়ে। গোধূলি ল'ৰা-ছোৱালীবোৰে বায়েকৰ লগত কথা পাতিব নোৱাৰে।

লাহে লাহে ময়ো কামিনীৰ মোহপাশত আবদ্ধ হলোঁ। কেনেকৈ হলোঁ কব নোৱাৰোঁ। এদিন অনুভৱ কৰিলোঁ মোৰ সৰ্বনাশ হৈ গৈছে। প্ৰভাক এৰি, মঞ্জুহঁতক এৰি মই সুন্দৰতৰ জগৎ এখন আবিষ্কাৰ কৰিলোঁ। মিঃ কটকী আৰু মিঃ ৰহমানৰ লগত যোৱাৰ উপৰি অকলশৰেও কামিনীৰ ওচৰলৈ যাবলৈ আৰম্ভ কৰিলোঁ। তাই মিচিক কৰে অৰ্থপূৰ্ণভাৱে হাঁহিলে। মোৰ কাণ-মূৰ গৰম হৈ গ'ল। কিন্তু উপায় নাই। লাজ কৰিলে পেট নভৰে বুলি মানুহে কয়; লাজ কৰিলে মনো নভৰে। আগতে কামিনীৰ কাৰণে টকা ঢালিছিলোঁ অফিচাৰ দুজনৰ হৈ। তেখেতসকলে কাচিৎহে জেপ খোলে; মোক কাৰবাৰত সহায় কৰে; গতিকে মই তেখেতসকলক হয় নগদ কৃতজ্ঞতা জনাওঁ নহয় কামিনীক সহায় কৰোঁ। এতিয়া নিজৰ কাৰণেও কামিনীক টকা দিবলৈ ধৰিলোঁ।

মোৰ সেই সৰ্বনাশ আৰম্ভ হবৰ সময়তে পোনপ্ৰথমবাৰলৈ প্ৰভাই মোক ভৰ্ৎসনা কৰিছিল। অফিচাৰক সন্তুষ্ট ৰখাৰ বিষয়ে যি অজুহাত দেখুৱালোঁ সেইটো সত্যৰ আধাহে। বাকী আধা মোৰ নিজৰ দুৰ্বলতা। বাকী আধাৰে প্ৰভাৰ বিশ্বাস ওপজাব নোৱাৰিলোঁ। কাৰণ 'তিৰোতাই যুক্তি নুবুজে', সৰুতে জয়মতী ৰেকৰ্ডপালাত কোৱা শুনিছিলোঁ। তিৰোতাই মনেৰে বুজে। এজনী তিৰোতা যেতিয়া আমাৰ মাজত সোমাইছে তেতিয়া প্ৰভাই মোক আৰু কেতিয়াও বিশ্বাস কৰিব নোৱাৰে। তিৰোতাই তিৰোতাৰ ডাঙৰ শত্ৰু, এই কথা মানি চলি তিৰোতাই জীৱনৰ বাটত খোজ দিয়ে। এইটো প্ৰশস্ত পথ। ইয়াত

অধিকাৰবোধৰ স্বাৰ্থ আছে। কেতিয়াবা কিন্তু ইয়েই তিৰোতাক ৰক্ষাকবচ দান কৰে। যেনে আমাৰ ক্ষেত্ৰত প্ৰভাক সতৰ্ক কৰি দিলে।

মোৰ দুৰ্বলতা আছিল কাৰণেই প্ৰভাৰ চকুলৈ পোনাই চাই মই অস্বীকাৰ কৰিব নোবাৰিলোঁ। যেনেকৈ নৱেনক মদ নেখাবলৈ মই কব পৰা নাই। মই নিজেও মদ খাওঁ। ঈশ্বৰৰ ইচ্ছাত আজিলৈকে পিছল খোৱা নাই। অলপ চখত, অলপ বন্ধুত্বৰ খাতিৰত আৰু ভালেখিনি দেহ-মনৰ দুখ-ভাগৰ পলুৱাবৰ কাৰণে মই অলপ-অচৰপ মদ খাওঁ। কিন্তু মই সদাই সাৱধান যাতে মই মদাহী হৈ নেযাওঁ। হলে ইমান কষ্ট কৰি গঢ়ি তোলা ব্যৱসায়টো হুকুস কৰে ভাগি পৰিব। বৰ বেছি মানুহে মোৰ মদ খোৱাৰ কথা নেজানে। ঘৰৰ ল'ৰা-ছোৱালীয়েই নেজানে। প্ৰভাই জানে, কিন্তু আমাৰ পাৰিবাৰিক চিকিৎসক ডাঃ দত্তই মোৰ শিকনি মতে "স্বাস্থ্যৰ কাৰণে খাব লাগে" বুলি কোৱাত তেওঁ একো আপত্তি কৰা নাই। এনেস্থলত নৱেনক মদ এৰিবলৈ মই কওঁ কেনেকৈ? সি হয়তো জানে। সি নিজে মদ খায় যেতিয়া মদৰ খোলাত কেনেবাকৈ মোৰ কথা শুনিবও পাৰে। সেই কলেজৰ ছোৱালীজনীক লৈ ওলোৱা কেলেঙ্কাৰীৰ কাৰণেও তাক মই একো কব নেলাগিছিল; কাৰণ কামিনী সংক্ৰান্তত ময়ো নিষ্কলঙ্ক হৈ থকা নাই। তথাপি সেইদিনা তাক অলপ গালি পাৰিলোঁ। অভিভাৱক হৈ কিবা নকলে নচলে কাৰণেই কলোঁ। নহলে প্ৰভাই ভুল বুজিব।

কামিনীৰ লগত মোৰ ব্যক্তিগত সম্পৰ্ক যেনেকুৱাই নহওক মিঃ কটকী আৰু মিঃ ৰহমানক সন্তুষ্ট কৰি ৰখাটো মোৰ এটা কৰ্তব্যও, এই কথা কিন্তু মিছা নহয়। তেখেতসকলে মোক ব্যৱসায়ত যিমান সহায় কৰিছে, সিমান আন কোনেও কৰা নাই। মোৰ আজিৰ মানুহটো ভালেখিনি তেখেতসকলৰ কাৰণেই বুলিব পাৰি। কিমান কষ্ট কৰি যে মই নিজক প্ৰতিষ্ঠা কৰিছোঁ সেইটোতো মোৰ বাহিৰে আৰু ভগৱানৰ বাহিৰে আন কোনেও নেজানে। আনকি প্ৰভায়ো নেজানে।



[ ২ ]

এদিন মই এঘৰত ভাত-ৰান্ধনি আছিলোঁ। এই কথা বহুতেই জানে। আজি মই সমাজত সন্মানিত, জনাজাত। এই কথা সকলোৱে জানে। কিন্তু এই পৰিৱৰ্তনৰ আঁৰত কি কষ্ট, কি গ্লানি, কি বেদনা সোমাই আছে কোনেও নেজানে।

দাৰিদ্ৰ্য কি বস্তু মোতকৈ কোনেও ভালকৈ নেজানে। দুখীয়া গাঁৱলীয়াৰ ল'ৰা মই। তাতে কানীয়াৰ ঘৰৰ। মাজে মাজে লঘোনে থাকিবলগীয়াটো আমি নিয়ম বুলিয়েই জানিছিলোঁ। স্কুললৈ গৈছিলোঁ পঢ়িবৰ কাৰণে নহয়—সকলোৱে যায় কাৰণে, ঘৰত থকাৰ উপায় নাই কাৰণে। কেতিয়াবা স্কুললৈ নগৈ যদি আন ক'ৰবাত থাকিছিলোঁগৈ তেন্তে তাত আচৰিত হবলগীয়া কি আছে? মানুহ দুখীয়া কিয় হয় কোনে কব? আৰু দুখীয়া হলে মানুহৰ দৰে কিয় থাকিব নোৱাৰি কোনে বুজাই দিব? সতীশহঁতৰ দৰে পেট ভৰাই মই খাবলৈ নেপাওঁ কিয়, ফীজ দিব নোৱাৰি মোৰ নাম কটা যায় কিয়, একেযোৰ কাপোৰকে বছৰৰ পিছত বছৰ মই পিন্ধি যাব লাগে কিয়, এইবোৰ প্ৰশ্নৰ উত্তৰ বিচাৰি নেপাই মই স্কুললৈ নগৈ হাবিয়ে-পথাৰে, গাঁৱে-নগৰে অনাই-বনাই ঘূৰি ফুৰিছিলোঁ। পঢ়া নোৱাৰিলে, হোম-ৱৰ্ক কৰি নিনিলে মাষ্টৰে মাৰে—অকাতৰে হাত পাতি দিওঁ, দুখ নেপাওঁ; ডিটেইন কৰি থয়—একেই নিৰ্লিপ্তভাৱে থাকি যাওঁ, একো শুধৰণী নহয়। সৰু হিয়াখনত মোৰ বিৰাট ক্ষোভ; ঘৰৰ প্ৰতি ক্ষোভ। মই কিয় সমান হব নোৱাৰোঁ, মই কিয় সহজ হব নোৱাৰোঁ?

এদিন বাইদেউ পলাই গ'ল আৰু মনে বিচৰামতে বিয়া সোমালগৈ। মোহিনীক মনে মনে মোৰ সমান সমৰ্থন কিজানি কোনেও

নকৰিলে। তাই ভাল কৰিলে। নহলে তাই পচিব লাগিলহেতেন, কোনোবাদিনা কানীয়া দেউতাই টকা লৈ বুঢ়া দৰাক গতালে-হেতেন। মোৰ দৰে তাইৰো কিজানি ক্ষোভ আছিল। তাই প্ৰতিশোধ ললে, আত্মৰক্ষাও কৰিলে।

ময়ো যেন বাট দেখা পালোঁ। ময়ো এদিন পলালোঁ। স্কুললৈ গৈ উলটি ঘৰলৈ নগলোঁ। হাতত পইচা নাছিল, কোনোদিনেই নেথাকে, তথাপি সংকল্প কৰিলোঁ লঘোনে থাকি হলেও নিজক প্ৰতিষ্ঠা কৰিব লাগিব। মই মানুহ হব লাগিব, অভাৱ আৰু দাৰিদ্ৰ্যক স্বীকাৰ কৰি দিনে দিনে পশুৰ শাৰীলৈ বেছিকৈ নামি যাব নেলাগিব। ওপৰলৈ উঠিবৰ কাৰণে যিমান তললৈ নামিব লাগে নামি যাবলৈ মই নিজকে প্ৰস্তুত কৰিলোঁ। মই এঘৰত ভাত-ৰান্ধনি হৈ সোমালোঁ; স্বাধীন খেতিয়কৰ ল'ৰা লোকৰ চাকৰ হলোঁ। বহল পৃথিৱীখনত নিজকে একেবাৰে অকলশৰীয়াকৈ পাই মই আৱিষ্কাৰ কৰিলোঁ যে মই অলপো ভয় খোৱা নাই। মোৰ মাজত ইমান শক্তি আছিল বুলি আগতে ভবাই নাছিলোঁ।

ভাত-ৰান্ধনি হৈ মই উশাহ ললোঁ। কি কৰিব পাৰি মই চাৰিওফালে চালোঁ। আৰু দেখিলোঁ এই সংসাৰত কালৈকো কাৰো সময় নাই, সহানুভূতি নাই। নিজেই নিজৰ কাৰণে ভাবিব লাগিব। পৃথিৱীখন আচৰিত ঠাই; মানুহ হৈ থিয় দিবৰ কাৰণে ইয়াত অমানুহ হৈ গলেহে পাৰি। মই বুজিলোঁ মই কঠোৰ সংগ্ৰাম কৰিব লাগিব। বহুত হেঙাৰ সৰকিব লাগিব; তাকে কৰিবলৈ হলে কেতিয়াবা কুঁজা হব লাগিব, কেতিয়াবা হয়তো পৰিও থিয় দিব লাগিব।

মই কুঁজা হলোঁ। মই পৰিও দিলোঁ। অনেক গালি-গঞ্জনা সহ্য কৰি এদিন বাঢ়ৈ হলোঁ। কাঠ-মিস্ত্ৰীৰ কাম কৰি মই জীৱনত দ্বিতীয়বাৰ উশাহ ললোঁ। নিজৰ ওপৰত মোৰ ক্ৰমে বেছিকৈ আস্থা হবলৈ ধৰিলে। মোৰ নিচা বহি গ'ল। কাঠৰ কামেৰে



প্ৰতিষ্ঠাৰ বাট মুকলি কৰিবলৈ যত্ন কৰিলোঁ। মাৰোৱাৰী কাঠৰ গোলা এখনৰ লগত মোৰ ঘনিষ্ঠতা হৈছিল। মালিকজনৰ ঘৰত মই বহুত কাম কৰি দিছিলোঁ। তেওঁ ঘাগু ব্যৱসায়ী; তথাপি তেওঁক কম নিৰিখত কাম কৰি দি মই তেওঁক হাতত ৰাখিলোঁ। ইতিমধ্যে নতুনকৈ চৰকাৰী কামত সোমোৱা মিঃ কটকীৰ সৈতেও মোৰ চিনাকি হৈছিল; তেখেতকো দুখনমান চকী-মেজ কৰি দি কিস্তি-কিস্তিকৈ টকা লৈছিলোঁ—যি দিয়ে আপত্তি কৰা নাছিলোঁ—কাৰণ কাঠ-মিস্ত্ৰী হিচাপে জনাজাত হবলৈ মোৰ ভীষণ আগ্ৰহ আৰু আৱশ্যক হৈছিল। এদিন খবৰ পালোঁ যে মিঃ কটকীৰ অধীনতে চৰকাৰী অফিচ এটাৰ কাঠৰ ফাৰ্নিচাৰৰ এটা অৰ্ডাৰ আছে। তেখেতক ধৰিলোঁগৈ; তেখেতে সহায় কৰিম বুলি কলে। কাঠৰ গোলাৰ মালিককো কলোঁগৈ; তেওঁ কলে, লৈ যোৱা কিমান কাঠ লাগে, বিল পাছ হলে টকা দিবা। অৰ্ডাৰ পালোঁ। মই মানুহ লগাই দিনে-নিশাই এখন ভেৰোণীয়া চালিৰ তলত কাম কৰি গলোঁ। অৰ্ডাৰ ডেলিভাৰি দিলোঁ; বিল সুকলমে আৰু সোনকালে পাছ হৈ গ'ল। বিল ট্ৰেজাৰিতে ভঙাই পাঁচ শ টকা ৰাতি মিঃ কটকীৰ হাতত দি আহিলোঁগৈ। তেখেতে হাঁহি হাঁহি তাৰপৰাই চকী-মেজৰ বাকী টকাকিটা দিব খুজিছিল। মই স্থান-কাল-পাত্ৰ পাহৰি তেখেতৰ হাতত খামোচ মাৰি ধৰি কলোঁ, "চাৰ, এইবোৰ নকৰিব। সেই-কেইটা টকা আপুনি ভিখাৰীক দান দিব। মোৰো পুণ্য হয় যদি হওক। আপোনাৰপৰাই মই ইমান ডাঙৰ কাম এটা পালোঁ।" তেখেতে 'বাৰু বাৰু' বুলি হাঁহি মোক চাহ খুৱাই পঠাই দিলে।

তেতিয়াৰপৰা মিঃ কটকীয়ে মোক বহুত সহায় কৰিছে। মই গোলাৰ টকা দিলোঁ, কৰ্মীক দৰমহা দিলোঁ, ঘৰত সহায় কৰিলোঁ, বাকী টকাৰে আৰু কাম হাতত ললোঁ। মই যিখন ফাৰ্নিচাৰ

দোকানত কাম শিকিছিলোঁ, তাৰ মালিকক তেনেকৈ অৰ্ডাৰ চাপ্লাই কৰা দেখিছিলোঁ। সেই অভিজ্ঞতা মই কামত খটাবলৈ ধৰিলোঁ।

একেই ডেকা বয়স, তাতে কৃতকাৰ্যতাত মই মতলীয়া। মনত অদম্য উৎসাহ। ভয়-ভ্ৰান্তি একো নাই। আজি মোৰ বয়স হৈছে; সেই তেজ নাই। আজি মোৰ কাৰবাৰ ডাঙৰ হৈছে; কিন্তু এতিয়া অভ্যাসবশতঃহে কাম কৰি যাওঁ; এতিয়া কাৰবাৰ ভালেখিনি সুস্থিৰ আৰু শৃঙ্খলাবদ্ধ। কিন্তু তেতিয়া নানান বিপদৰ মাজলৈ যাবলগা হৈছিল। নতুন অফিচাৰৰ ওচৰ চাপিবলৈ ভয় লাগিছিল। কিন্তু তথাপি জানিছিলোঁ যে ৰূপ দেখি জিভাৰ পানী নপৰা মানুহ নাই, সি চিকা ৰূপেই হওক বা মঙহৰ ৰূপেই হওক। সেইবাবে আগুৱাই গৈ আছিলোঁ।

এই সময়তে ধূলিৰ ভাৰ মই গ্ৰহণ কৰিবলগা হ'ল। ভুলবোৰ কৰিবৰ সময়ত ধৰিব পৰা হলে আমি কেতিয়াও কষ্ট নুভুগিলোঁহেতেন। কিন্তু বিপদ-আপদলৈ মন-কাণ কৰাৰ সময় মোৰ তেতিয়া নাছিল। সেইবাবে ধূলিৰ যেতিয়া জন্ম হ'ল তেতিয়া মই উপলব্ধি কৰিলোঁ যে জীৱনত কেৱল কৃতকাৰ্য হলেই নহয়, সাৱধান হৈ চলিবও জানিব লাগে। টকাই সকলো কৰিব পাৰে বুলি ভাবিছিলোঁ; কিন্তু সকলো সময়তে সেইটো সঁচা নহয়। ইমান কষ্টত গঢ়ি তোলা কাৰবাৰটো ভাগি যোৱাৰ ভয়ত মই মাক-মৰা ধূলিক ঘৰত ঠাই দিবলৈ বাধ্য হলোঁ। কিন্তু তাৰ লগে লগে সংকল্প কৰিলোঁ যে এতিয়াৰপৰা মই অলপ সাৱধান হব লাগিব।

সেইবাবে মই নিজৰ ঘৰ-মাটি কৰি ললোঁ। কাঠৰ কাৰবাৰ ডাঙৰ হৈ আহিছিল। টকা সঞ্চয় নকৰি সেইবোৰতে খৰচ কৰি যাবলৈ ধৰিলোঁ। মিঃ কটকী আৰু মিঃ ৰহমান যে চিৰদিন মোৰ লগত আছে এই কথা কব খোজা নাই। তেখেতসকল নানান



বিষয়-বাব লৈ অলৈ-তলৈ বদলি হৈ থাকে। কিন্তু ইতিমধ্যে মোৰ বহুত নতুন অফিচাৰৰ লগত চিনাকি হৈছিল। মোৰ ফাৰ্নিচাৰৰ কাৰবাৰে জনপ্ৰিয়তাও আৰ্জিছিল; প্ৰাইভেট কামো বহুত পাইছিলোঁ। মিঃ ৰহমান যোগান বিভাগৰ বিষয়া। তেখেতৰ সহায়ত পাৰ্মিটৰ কাৰবাৰত লাগিলোঁ। নিজৰ ঘৰ কৰিবৰ কাৰণে চিমেণ্ট আৰু টিনপাত বিচাৰোঁতেই এই কাৰবাৰৰ গম পালোঁ। কাগজ বেচা-কিনাৰ কাৰবাৰ। মাল দূৰৰ গুদামতে থাকে। বেচা-কিনা ঘৰতে বহি হয়। সকলোৰে লাভ—মোৰ, মিঃ ৰহমানৰ, যিজনে মোৰ পাৰ্মিট কিনিব তেওঁৰ আৰু একেবাৰে শেষত যিজনে মাল পাব তেওঁৰো। মাল যি পাব লাগে সি পালে অথচ মাজতে কিছুমানৰ লাভ হৈ গ'ল। এই সময়ৰপৰাই মই ঠিকাও কৰিবলৈ ললোঁ। মানুহৰ ঘৰ সজাৰ ঠিকাই হওক বা 'পি-ডব্লিউ-ডি'ৰ কামেই হওক। আকৌ এই সময়তে মই বিয়াৰ কথাও ভাবিবলৈ ধৰিলোঁ।

[ ৩ ]

মিঃ কটকীয়ে এদিন কলে, "গজেন, ভাল ঘৰ চাই এইবাৰ ছোৱালী এজনী আনি লোৱা। বিয়া পাতিবৰ হৈছে আৰু।" মই মাত্ৰ লাজকুৰীয়াভাৱে এইবুলি সমিধান দিছিলোঁ, "এৰা আপুনি বেয়া কোৱা নাই, চাওঁচোন কি কৰিব পাৰি!" মিঃ কটকীয়ে আকৌ কলে, "মই বাৰু ছোৱালী এজনী চাওঁ।"

সেই সময়ত মাজে মাজে মই নিজেও অনুভৱ কৰিছিলোঁ যে বিয়া কৰাব লাগে, আপোন সঙ্গ এটিৰ কাৰণেও লাগে আৰু জীৱনক পূৰ্ণভাৱে উপলব্ধি কৰিবলৈকো লাগে। সেইবাবে সেইদিনা ঘৰত নিৰলে বহি মিঃ কটকীৰ প্ৰস্তাৱটো ভালদৰে চিন্তা কৰি চালোঁ। কিন্তু যিমানেই চিন্তা কৰিবলৈ ধৰিলোঁ সিমানেই লাজে মোক আগুৰি-পিগুৰি ধৰিবলৈ ধৰিলে। মিঃ কটকীৰ কথাকেইটা মোৰ কাণত বাজি আছিল। 'ভাল ঘৰ চাই' মই বিয়া পাতিব লাগে। তাৰ মানে বংশ-মৰ্যাদা মোৰ নাই। মই অখ্যাত গাঁৱৰ অখ্যাত খেতিয়কৰ ল'ৰা। মোক সংসাৰত কোনে চিনি পায়? মোৰ সতীশৰ দৰে শিক্ষাও নাই যে তাৰ বলত সমাজত স্থান পাব পাৰোঁ। কানীয়া-ভঙুৱাৰ ল'ৰা বুলি হয়তো মোৰ বদ্‌নামেই এটা চলি আছে, অন্ততঃ গাঁৱত। মোৰ হয়তো কিছু টকা-পইচা হৈছে; কিন্তু সেয়ে যথেষ্ট নহয়। টকা-পইচাই সকলো হোৱাহলে সমাজত জাতিভেদ নেথাকিলহেতেন। মোৰ পটভূমি নাই, চহৰৰ সমাজে মোক সহজে গ্ৰহন নকৰে। মিঃ কটকীয়ে সেই কাৰণে মোক বিয়াৰে সমাজত উঠিবলৈ এইদৰে ইঙ্গিত দিলে। কথাটো বুজিব পাৰি বৰ লাজ পালোঁ। মিঃ কটকীৰ ওপৰত খঙো উঠিল। কিন্তু উপায়ো নাই। তেখেতে একো মিছা কোৱা নাই। এয়ে জগতৰ



নীতি। এয়ে জগতৰ গতি। তেখেতে মোক লাজ দিলে যদিও বাটো দেখুৱাই দিলে।

মিঃ কটকীয়ে প্ৰভাৰ সংবাদ দিলে। তেখেতে কথা ৰাখিলে। এনেকি এদিন প্ৰভাহঁতৰ ঘৰলৈ লৈও গ'ল। চহকী মানুহ নহয়, কিন্তু বৰ পুৰণি বুনিয়াদী বংশৰ। দেউতাক কাচাৰীৰ সামান্য চাকৰিয়াল। প্ৰভাই ডাঙৰ ছোৱালী। সেইবাৰ মেট্ৰিক পৰীক্ষা দিবলৈ ওলাইছে। যি বুজিলোঁ ঘৰখনত মিঃ কটকীৰো অবাধ গতি: সম্বন্ধত একো নেলাগে যদিও বহু দিনৰ চিনাকি। স্বাৰ্থ আছে যেতিয়া এবাৰ মোৰ সন্দেহ হ'ল, প্ৰভাৰ লগত মিঃ কটকীৰ কিবা গোপন সম্পৰ্ক নাইতো? কিন্তু পিছত বুজিব পাৰিছিলোঁ মোৰ ধাৰণা অমূলক। প্ৰভাৰ দেউতাকে নুমলীয়া ভনীয়েকৰ বিয়া পাতিছিল। মই যৌতুকৰ ফাৰ্নিচাৰখিনি কৰি দিব লাগে। দাম একেবাৰে দিব নোৱাৰে। সেই কাৰণেই বা সেই অজুহাতে মিঃ কটকীয়ে মাজত সোমাই মোক ঘৰখনৰ লগত চিনাকি কৰি দিলে। সেই বন্দৱস্তত ফাৰ্নিচাৰ কৰি দিবলৈ মই মান্তি নোহোৱাৰ কাৰণ নাছিল। কিন্তু প্ৰভাৰ কাৰণেই বুলি কলে ভুল হব। কাৰণ তেতিয়ালৈকে প্ৰভাৰ লগত মোৰ পৰিচয়েই হোৱা নাছিল: তেওঁকে বিয়া কৰামগৈ বুলিও সিদ্ধান্ত কৰি থোৱা নাছিলোঁ। কিন্তু মিঃ কটকীক অসন্তুষ্ট কৰাৰ উপায় মোৰ নাছিল। তেখেতৰ কাৰণেই মই মান্তি হৈছিলোঁ। অৱশ্যে পিছত কথা বেলেগ হ'লগৈ।

প্ৰভাৰ লগত মোৰ পৰিচয় হ'ল। মই ঘনাই তেওঁলোকৰ ঘৰলৈ যাবলৈ ধৰিলোঁ। প্ৰভাই মোক চাহ-তামোল দিয়ে; মোৰ লগত বহি কথা পাতে, ইয়াৰ অন্তৰালত মাক-দেউতাকৰ সমৰ্থন আছে। মিঃ কটকীয়ে জানে, তেখেতে প্ৰকাৰান্তৰে কথাটো উলিয়াইছে, মাক-দেউতাকে আপত্তি দেখুৱা নাই। তেখেতসকলে বোলে কৈছে,

ভাল ল'ৰা পালে প্ৰভাক উলিয়াই দিবই ; তাইৰ যদি আপত্তি নেথাকে তেন্তে দিহা কৰিব পাৰি।

মই নিজৰ ফালৰপৰাও চেষ্টা কৰিবলৈ ধৰিলোঁ। কাৰণ প্ৰভাক মোৰ পচন্দ হৈছিল। মোৰ চকুত তেওঁ ধুনীয়া ; তেওঁৰ স্বাস্থ্য ভাল ; স্বভাৱত গহীন-গম্ভীৰ। এদিন দেউতাকৰ সৈতে জীপত তুলি তেওঁকো ফাৰ্নিচাৰবোৰ দেখুৱাবলৈ লৈ আহিলোঁ। সেইবোৰ তেতিয়া আধা-কৰা হৈ আছিল। বস্তু তেওঁলোকৰ পচন্দ হ'ল ; প্ৰভাৰ প্ৰশংসা আৰু উৎসাহ দেখি ময়ো উৎসাহ বোধ কৰিলোঁ। বিয়া সুকলমে হৈ গ'ল। মই ঘৰৰ এজনৰ দৰে দেহে-কেহে খাটিলোঁ ; বহুত ধৰণে সহায়ো কৰিলোঁ। কোনে কি বুজিলে কব নোৱাৰোঁ ; মিঃ কটকী আৰু প্ৰভাৰ মাক-দেউতাকে ঠিকেই বুজিলে নিশ্চয়। কিন্তু প্ৰভাই কি বুজিলে ? অন্ততঃ তেওঁ মোৰপৰা গা-এৰা নিদিলে ; ধুনীয়াকৈ হাঁহি হাঁহিয়েই মোৰ লগত ইটো-সিটো কথা পাতি গ'ল।

বিয়াৰ পিছতো মোৰ সম্পৰ্ক নিছিগিল। বৰং বেছিহে হবলৈ ধৰিলে। মই ক্ৰমাৎ বেছি স্বাধীনতা লবলৈ ধৰিলোঁ। এদিন মিঃ কটকীক মাজত ৰাখি পিকনিক পাৰ্টি গঠন কৰি দূৰলৈ লৈ গলোঁ ; কোৱা বাহুল্য, প্ৰভাহঁতৰ গোটেই ঘৰখন তাত আছিল। কেতিয়াবা প্ৰভা আৰু ভায়েক-ভনীয়েকহঁতক জীপত তুলি চিনেমালৈ লৈ যাওঁ। কেতিয়াবা বজাৰ কৰিবলৈ নিওঁ। প্ৰভাই কিবা ভাল বস্তুলৈ চকু দিলেই কিনি পেলাওঁ। তেওঁৰ আপত্তিলৈ কাণ নিদিওঁ। পইচাৰ কথা কলে ঘৰত দেউতাকে দিব বুলি কওঁ ; পিছত আকৌ সুধিলে দিলে বুলি কওঁ। অৱশ্যে তেখেতে তেতিয়ালৈকে ফাৰ্নিচাৰৰ দামটোকে সোধোৱা নাছিল, মাত্ৰ প্ৰথম কিস্তিহে দিছিল। ময়ো তাগিদা দিয়াৰ কাৰণ দেখা নাছিলোঁ।

কাৰণ প্ৰভাৰ কাৰণে মই মতলীয়া হৈ গৈছিলোঁ। তাকেই



প্ৰেম বোলে নেকি কব নোৱাৰোঁ। কিন্তু তেওঁক পাবলৈ মই দিনে-নিশাই চিন্তা কৰিবলৈ ধৰিলোঁ। বোধকৰোঁ ধূলিৰ উপস্থিতিয়ে মোক মিনিটে মিনিটে ভয় খুৱাই আছিল। মই জীৱনত সফল হৈছোঁ। কিন্তু ধূলিয়ে কিজানি সেই সফলতাৰ পথত বাধাৰ সৃষ্টি কৰিব। তাইৰ কথা জানিলে মোক হয়তো প্ৰভাৰ ঘৰে গ্ৰহণ নকৰিব। সেই ভয়তে যিমান পাৰোঁ সোনকালে বিয়াখন পাতি পেলাব খুজিছিলোঁ। ধূলিৰ কাৰণেই যদি মই প্ৰভাক বিয়া কৰাব নোৱাৰোঁ তেন্তে মই আৰু সমাজত ঠাই নেপাম, এনে এটা ধাৰণা মোৰ বদ্ধমূল হৈ গৈছিল।

এদিন প্ৰভাই বুদ্ধি কৰি সুধিলে, "আপোনালোকৰ গাঁৱৰ ঘৰত কোন কোন আছে ?"

মই সকলোৰে পৰিচয় দিলোঁ। কলোঁ যে আমাৰ গাঁৱৰ ঘৰখন সামান্য খেতিয়কৰ ঘৰ ; দুখীয়াই বুলিব লাগে ; মোৰ আই-বোপায়ো অশিক্ষিত। মোহিনীৰ বিয়া হৈ যোৱাৰ কথা কলোঁ ; মাত্ৰ তাই পলাই যোৱাৰ কথাটো গোপন কৰিলোঁ। ভাই-ভনী দুটাই পঢ়ি থকাৰ কথা কলোঁ ; কিন্তু দেউতাই কানি খোৱাৰ কথা নকলোঁ। সকলোৰে কথা লুক-ঢাক কৰি হলেও কলোঁ ; মাত্ৰ ধূলিৰ নাম নকলোঁ।

প্ৰভাই সুধিলে, "আৰু এজনী সৰু ছোৱালী আপোনালোকৰ ঘৰত আছে বুলি শুনিছোঁ। তাই আপোনাৰ মাক-দেউতাকৰ একো নহয় বোলে। হয়নে ?"

বুকুখন কঁপি উঠিছিল। অসহায়ভাৱে প্ৰভাৰ চকুলৈ চাই থাকিলোঁ। মোৰ অৱস্থা পুতৌ লগা হৈছিল। মই জঁই পৰি গলোঁ। চকু নমাই লৈ লাহে লাহে কলোঁ, "সঁচা প্ৰভা, তুমি ঠিকেই শুনিছা। তাই আই-দেউতাৰ একো নহয় যদিও তেওঁলোকৰ লগতে থাকিবলগা হৈছে। তাই আমাৰ লগতে থাকিবই লাগিব। তোমাৰ কিবা আপত্তি আছে নেকি ?"

প্ৰভাই কলে, "নাই নাই, কি আপত্তি থাকিব ? একো নাই, একো আপত্তি নাই। আপুনি বহক, মই চাহ আনো।"

বুজিলোঁ যে প্ৰভাই মোক এতিয়াও গ্ৰহণ কৰিব পৰা নাই। হয়তো ধূলিৰ কাৰণেই। কিন্তু অকল ধূলিৰ কাৰণেই নহয়। মই এখন সম্পূৰ্ণ বেলেগ জগতৰ প্ৰতিনিধি ; যিখন জগতৰ লগত প্ৰভাৰ কোনো পৰিচয় নাই। মই কিন্তু সেই জগতৰপৰা ওলাই আহি তেওঁৰ জগৎখনকো আপোন কৰি লৈছোঁ। প্ৰভাই সেই সুযোগ পোৱা নাই।

গতিকে মই বিচলিত নহলোঁ। তদুপৰি প্ৰভাৰ আচৰণতো আগতকৈ বিশেষ পৰিৱৰ্তন একো নেদেখিলোঁ। মই আগৰ দৰেই চেষ্টা চলাই গলোঁ। উপহাৰেৰে প্ৰভাক ওপচাই দিলোঁ। তেওঁ কেৱল হাঁহি গ'ল, লাজ কৰি গ'ল, সন্তুষ্ট হৈ গ'ল। মাত্ৰ চূড়ান্ত প্ৰশ্নটো কৰিবলৈ মই মনত বল বান্ধিব নোৱাৰিলোঁ। মই ধৈৰ্য ধৰি অপেক্ষা কৰিলোঁ।

এদিন প্ৰভাৰ দেউতাকে মোক ওচৰত বহুৱাই লৈ কলে, "বোপা, তোমাৰ পইচাখিনি দিবই পৰা নাই, বেয়া নেপাবা। অলপ আহুকাল হৈ আছে।"

মই কলোঁ, "আপুনি মিছাই চিন্তা কৰিছে। মই সেই বিষয়ে একো ভবাই নাই। সেই কাৰণেই মই ইয়ালৈ আহোঁ বুলি যদি ভাবিছে তেন্তে আহিবলৈ এৰিবই লাগিব।"

বুঢ়াই ঢেক্‌ঢেকাই হাঁহি কলে, "নাই নাই, নাহিবা কেলেই ? আহিবা, আহিবা। আমিও তোমাক আপোন বুলি ভাবোঁ।"

ভিতৰৰ পিনে প্ৰভা আছিল ওচৰতে। তেওঁ নিশ্চয় আমাৰ কথা শুনিলে। শুনোৱাটো আমাৰ ইচ্ছাও আছিল।

তাৰপিছত এদিন চূড়ান্ত প্ৰশ্নটো মই প্ৰভাৰ ওচৰত উত্থাপন কৰিবলৈ থিৰ কৰিলোঁ। মোৰ পক্ষে আৰু ধৈৰ্য ধৰা টান হৈ পৰিছিল। ইমান চেষ্টাৰ মূৰত সফল হব নোৱাৰিলে তাক পৰিত্যাগ



কৰাই শ্ৰেয়ঃ বুলি মই বিবেচনা কৰিলোঁ। প্ৰভাই যদি মোক গ্ৰহণ নকৰে তেন্তে সকলো চেষ্টা বাদ দি গাঁৱৰে ছোৱালী এজনী ফুচুলাই আনি বিয়া পাতি জীৱনৰ সেই অধ্যায় সামৰি পেলাম বুলি সঙ্কল্প কৰিলোঁ। কাৰণ সংসাৰত মোৰ বিয়াৰ বাহিৰে কৰিবলগীয়া আৰু অসংখ্য কাম আছিল।

প্ৰভাক অকলে বজাৰলৈ লৈ গৈছিলোঁ। ইচ্ছা কৰিয়েই লগত আন কাকো লোৱা নাছিলোঁ। তেওঁক বহুত কিবা-কিবি কিনি দিলোঁ, মোৰ কাৰণেও দুই-এপদ কিনিলোঁ। ৰেষ্টোৰাঁত সোমাই দুয়ো ভালদৰে চাহ খালোঁ, তাৰপিছত তেওঁৰ সন্মতি লৈ দীঘলীয়াকৈ এপাক জীপেৰে ঘূৰি ঘৰলৈ উলটিলোঁ। সেই সুযোগতে তেওঁক সুধিলোঁ, "প্ৰভা, এটা কথা খোলাখুলিকৈ সোধোঁ, বেয়া, নেপাবা। মোৰ লগত চিৰদিন থকাত তোমাৰ কিবা আপত্তি আছে নেকি ?"

তেওঁ একো নেমাতিলে। কাণ-মূৰ ৰঙা কৰি লাজুকীয়াভাৱে বাহিৰলৈ চাই থাকিল।

মই কলোঁ, "প্ৰভা ! উত্তৰ দিয়া। মোৰ মনোভাৱ ইমান দিনে নিশ্চয় তুমি নুবুজাকৈ থকা নাই। তোমালোকৰ ঘৰতো নিশ্চয় সকলোৱে কথাটো বুজিছে।"

প্ৰভাই কোনোমতে কলে, "আপুনি ঘৰত সুধিব।"

মোৰ বুকুখনে ধান বানিবলৈ ধৰিলে। ইমান সহজে প্ৰভা মান্তি হব বুলি আশা কৰা নাছিলোঁ। জীপখন ৰখাই মই আগ্ৰহেৰে সুধিলোঁ, "তুমি সকলো কথা জানিও এইদৰে কৈছাতো ?"

"আপুনি এইবোৰ কথা দেউতাক কোৱাই ভাল।"

"কম। কিন্তু তুমি সকলো কথা ভাবি চাইছাতো ?"

তেওঁ মাত্ৰ অক'মানকৈ মূৰটো দুপিয়ালে। মই ধূলিৰ কথাৰ ইঙ্গিত দিছিলোঁ। তেওঁ নিশ্চয় বুজিছিল। মই জোৰেৰে জীপ চলাই দিলোঁ। এইবাৰ মোৰ জীৱনৰ ৰথৰ চকৰি একোৱেই বন্ধ কৰিব নোৱাৰে।

[ ৪ ]

এমাহ পিছতে আমাৰ বিয়া হৈ গ'ল।

মই সমাজত সোমালোঁ। বিয়াই-সবাহে শইকীয়াৰ ঘৰক কোনেও ঘৃণাৰ চকুৰে নোচোৱা হ'ল। মোৰ প্ৰতিষ্ঠা সম্পূৰ্ণ হ'ল বুলিব লাগে। কাৰবাৰ ডাঙৰৰপৰা ডাঙৰ হৈ আহিল। ভাই-ভনী দুটাক লগলৈ আনি পঢ়ুৱাবলৈ ধৰিলোঁ। মোহিনী বাইদেউৰ ল'ৰাটোও আহি এদিন মোৰ আশ্ৰয়ত থাকি পঢ়িবলৈ ললে। মোৰ মনোকষ্ট নেথাকিববে কথা। কিন্তু সেইটো সত্য নহয়।

এদিন ধূলিও গাঁৱৰপৰা আহিল। আহিবলগা হ'ল। দেউতা ঢুকুৱাত গাঁৱৰ ঘৰখন ভাগি গ'ল। আই মোহিনীৰ লগলৈ গ'ল। তাই কি কৰিব? তাইৰ প্ৰতি মোৰো এটা নৈতিক কৰ্তব্য আছে। তাইক দেখিলে বেয়াও লাগে। পুতৌ ওপজে। মোৰ বাহিৰে তাইৰ এই সংসাৰত কোনো নাই। ককাক-আইতাকে তাইক নিশ্চয় বৰ মৰম কৰিছিলি। কিন্তু সেই মৰমৰপৰাও তাই এতিয়া বঞ্চিত। গতিকে তাইক মই লৈ আহিলোঁগৈ। তাৰ আগতে প্ৰভাক কথাটো কৈছিলোঁ। তেওঁ একো আপত্তি নকৰিলে; অন্ততঃ বাধাৰ সৃষ্টি নকৰিলে। এতিয়াও দেখিছোঁ প্ৰভাই নিজক তাইৰ লগত বেছ খাপ খুৱাই লৈছে। সেইপিনৰপৰাও মই স্বস্তিৰ নিশ্বাস পেলাব পাৰিছিলোঁ। অন্ততঃ নিজৰ সংসাৰখনত তাই অশান্তিৰ সৃষ্টি নকৰিলে।

কিন্তু ধূলি ডাঙৰ হৈছে। তাই ললিতাৰ প্ৰায় সমনীয়া। ললিতাক এদিন ভাল এঘৰলৈ উলিয়াই দিম, মই যেনেকৈ ভাল এঘৰত বিয়া কৰাইছোঁ। কিন্তু ধূলিক লৈ কি কৰিম? তাইৰ বিয়াৰ কথা ওলালেই মানুহে সুধিব, তাই মোৰ কি হয়? মই কি উত্তৰ দিম? আচল উত্তৰ দিলে জানো বিয়া ভাগি নেযাব? তাইৰ জন্ম-ৰহস্য



লুকুৱাই ৰাখিনো বিয়া দিম কেনেকৈ? কেনেবাকৈ ওলাই পৰিলে কি হব?

তাই বৰকৈ ওলাই-সোমাই ফুৰাটো মই সেই কাৰণেহ ভাল নেপাওঁ। তাই অৱশ্যে বৰকৈ নুফুৰেও। এনেয়ে বৰ ভাল ছোৱালী। বৰ নিৰ্জু। একো আব্‌দাৰ নাই। ললিতাৰ নিচিনা হোৱাহলে মোৰ বিপদেই আছিল। অৱশ্যে ললিতাই চখ কৰি কাপোৰ-কানি লয় বা বৰকৈ ফুৰা-চকা কৰা বাবে মই বেয়া নেপাওঁ। দুখত উঠা ছোৱালী; এতিয়া ককায়েকৰ যহত যদি অলপ ভোগ কৰিছে তেন্তে মোৰ আপত্তি কৰিবলগীয়া কিটো আছে? যি হওক, ধূলি তেনেকুৱা নহয় বাবে মোৰ চিন্তা ভালেখিনি কমিছে। তাই বাহিৰত বৰকৈ ফুৰাটো নিবিচাৰোঁ। কাৰণেই হবলা তাইৰ পঢ়াৰ বিষয়ে মই একো চিন্তা কৰা নাছিলোঁ। আজি ইমান দিনৰ মূৰত হঠাৎ তাই মেট্ৰিক পৰীক্ষা দিব খোজা দেখিহে আচৰিত হৈছোঁ। তাৰ মানে তাইৰ পঢ়িবৰ ইচ্ছা আছিল। তেতিয়াহলে ইমানদিনে তাইৰ প্ৰতি মই অন্যায়েই কৰি আহিছোঁ। অৱশ্যে এতিয়া তাইক পঢ়াৰ সকলো সুবিধা কৰি দিছোঁ। সতীশক পঢ়ুৱাবলৈ লগাই দিছোঁ।

বয়স বাঢ়ি অহা ধূলিক চকুৰ আগত দেখিলে মোৰ মূৰ ঘূৰি যায়। কেতিয়াবা অশান্তি ঢাকিবলৈকে বেছিকৈ মদ খাওঁ। পাহৰি থাকিবলৈ যত্ন কৰোঁ। তেনেকৈ মদ খাই মাতলামি কৰাৰ ইচ্ছা মোৰ সাধাৰণতে নাই।

অনিচ্ছাতে তেনেকৈ মই কামিনীৰ ওচৰলৈ যাবলগা হৈছিল। মিঃ কটকী আৰু মিঃ ৰহমানক সন্তুষ্ট ৰাখিবলৈকে মই তেনে বেয়া কামো কৰিবলগাত পৰিছিলোঁ। কি কৰিম, উপায় নাই। তেখেত-সকলৰপৰা মই বহুত উপকাৰ পাইছোঁ; এতিয়াও পাই আছোঁ। তেখেতসকলৰ কথা মই কেতিয়াও পেলাব নোৱাৰোঁ। তেখেতসকলে আজিকালি মোক আৰু গজেন বুলি নেমাতে; শইকীয়া বুলিহে

মাতে। তুমি-তামা কৰিলেও দহজনৰ আগত মোৰ সন্মান লঘু নকৰে। গতিকে ময়ো অকৃতজ্ঞ হব নোৱাৰোঁ। তেখেতসকলৰ প্ৰবেশৰ পথ প্ৰশস্ত কৰিবলৈকে মই বহুত দিন কামিনীৰ ঘৰলৈ তাঁত-বাটি কৰিবলগা হ'ল। জেপ উবুৰিয়াই কামিনীক সন্তুষ্ট কৰিবলগা হ'ল, জেপ উবুৰিয়াই হৰনাথ শৰ্মাক বিলাতী অমৃতৰ সোৱাদ দিবলগা হ'ল।

উশৃঙ্খলতা মই ভাল নেপাওঁ। নহলে ধূলি ওপজাৰ লগে লগে মই সাৱধান নহলোঁহেতেন, হাতত ধন পাই ময়ো উশৃঙ্খল হৈ গলোঁহেতেন। কিন্তু তাৰ পৰিৱৰ্তে নিজক চম্ভালি লৈ মই কাম কৰি গলোঁ, উন্নতি কৰি গলোঁ, প্ৰতিষ্ঠা কৰি গলোঁ।

সেইবাবে মিঃ কটকী আৰু মিঃ ৰহমানৰ উশৃঙ্খলতাক মই মনেপ্ৰাণে সমৰ্থন কৰিব পৰা নাছিলোঁ। দুয়ো ভাল ঘৰৰ সন্তান, চৰকাৰৰ বহুদিনীয়া বিষয়া, সুউচ্চপদস্থ। দুয়োৰে ঘৰ-সংসাৰ, ল'ৰা-ছোৱালী আছে। দুয়োৰে ল'ৰা-ছোৱালী কলেজত পঢ়ে। কিন্তু তেখেতসকলৰ এই অধঃপতন কেনেকৈ হ'ল? মই ভাবি আচৰিত হওঁ। তেওঁলোকৰ ঘৰত জানিলে কি বুলিব? ল'ৰা-ছোৱালীয়ে শুনিলে কি ভাবিব? সমাজে দেখিলে কি কৰিব? অথচ সকলোৱে এদিন দেখিব বা ইতিমধ্যে দেখিছেই, এইটোও ঠিক।

কিন্তু তেখেতসকলৰ উশৃঙ্খলতাৰ তাৎপৰ্য এদিন তেখেতসকলেই মোক বুজাই দিলে। নিৰ্জন এঠাইত আমি তিনিও বহি আছিলোঁ। বটল-গিলাচ লগত আছিল, কোৱাই বাহুল্য। মই ইঙ্গিত দিছিলোঁ যে এই ধৰণৰ জীৱন-যাপনৰপৰা বদনামৰ ভাগী হৈ জানো তেখেতসকলে সুখ পাব? মিঃ কটকীয়ে কলে, "চোৱা শইকীয়া, মানুহে জীৱনত স্বাধীনভাৱে চলিবলৈ বিচাৰে। আমিও বিচাৰোঁ। কিন্তু আমি চৰকাৰী চাকৰিয়াল, আমি সাংসাৰিক মানুহ, আমি অভিভাৱক। সকলো ধৰণৰ নিয়ম-শৃঙ্খলাই আমাক বান্ধি থৈছে।



গোটেই জীৱনটো এইদৰেই গ'ল। পেন্সন পাবলৈ আৰু কেইদিন আছে? পেন্সন পোৱাৰ পিছত মৰিবলৈ কেইদিন? তেনেহলে আমি নিজৰ কাৰণে পালোঁ কি?" মিঃ ৰহমানে যোগ দিলে, "মিঃ শইকীয়া, বিয়া-বাৰু আমি কৰোৱা নাই যেনিবা জগৰহে লগালোঁ। সেই বিয়াত মন বহিল নে নাই কোনে খবৰ ৰাখিছে? মনেই যদি নুপূৰিল তেন্তে বৈবাহিক জীৱনটো জীৱন হ'ল কেনেকৈ? ঘৰ-দুৱাৰ, ল'ৰা-ছোৱালীক আমি অৱহেলা কৰা নাই। সিহঁতৰ কাৰণে যি পাৰোঁ কৰিবলৈ বাকী ৰখা নাই। কিন্তু মিঃ কটকীয়ে কবৰ দৰে নীতি-নিয়মে আমাক কোঙা কৰি থৈছে। সংসাৰত আমাৰ লগ-ভাগ নাই। আমি ক'তো সঙ্গ নেপাওঁ। আমি বৰ অকলশৰীয়া। এইবোৰতে যদি আমি অলপ আনন্দ বিচাৰি যাওঁ তেন্তে দোষ কি কব পাৰানে?"

মই কি উত্তৰ দিব পাৰোঁ?

হয়তো সেয়ে সত্য। নিয়মৰ নাম কৰি কৰি গোটেই জীৱন তেখেতসকলে অনিয়ম কৰি গ'ল; ৰজা আৰু ৰাইজৰ ৰখীয়া হৈ আজীৱন চুৰ কৰি গ'ল। চৰকাৰটোক তেখেতসকলে কামধেনু বুলি ধৰি ললে আৰু আমাৰ নিচিনা মানুহবিলাকৰ হতুৱাই গাখীৰ খীৰোৱাই খীৰোৱাই খালে। তেখেতসকল নিজৰ ওচৰতো যে নিঃসঙ্গ। সেইবাবে মদৰ মাজত, কামিনীৰ মাজত, উশৃঙ্খলতাৰ মাজত আমোদ-আহ্লাদ বিচাৰি যোৱাত বিচিত্ৰতা কি?

কামিনীৰ প্ৰতি আকৰ্ষণ অনুভৱ কৰিবলৈ আৰম্ভ কৰাৰ লগে লগে ময়ো তেখেতসকলৰ উশৃঙ্খলতাৰ যুক্তিযুক্ততা দেখিবলৈ ধৰিলোঁ। কামিনী সুন্দৰী। তদুপৰি তাই প্ৰসাধন আৰু প্ৰদৰ্শনেৰে নিজকে এনে ৰূপত সজাই তোলে যে তাইৰ সান্নিধ্যত মোৰ জীৱনৰ বাকী সকলো মিছা মিছা লাগি যায়। ধন ঘটিবৰ কাৰণে, কাৰবাৰ বঢ়াবৰ কাৰণে, নিজক প্ৰতিষ্ঠা কৰিবৰ কাৰণে ইমানদিনে যি

কৰি আহিছোঁ, সেই সকলোখিনি মৰীচিকাৰ পাছে পাছে যোৱা যেন লাগি যায়। গোটেই জীৱনত ভোগ কৰিলোঁ ক'ত ? ল'ৰাকালত একেবাৰেই নেপালোঁ, আনকি দুখায়া হলেও স্বাভাৱিক জীৱন এটাই নেপালোঁ। ডেকাকালতো কেৱল ধনৰ পাছে পাছেই লৰি ফুৰিলোঁ। ইমানবোৰ কিহৰ কাৰণে কৰিছোঁ ? মোৰ কাৰণে কৰিছোঁ ? নিজৰ ল'ৰা-ছোৱালীয়ে বা আন মানুহে এই সম্পত্তি ভোগ কৰিলেও ইয়াৰপৰা মোৰ নিজৰ কি হব ? অথচ ভোগ কৰাৰ সকলো সুবিধা থকা সত্বেও ভোগ কৰাৰ কথা এদিনলৈকে মনত নপৰিল।

প্ৰথমবাৰলৈ মোৰ মনত খেলাবলৈ ধৰিলে : প্ৰভাৰ প্ৰতি মোৰ প্ৰকৃত মনোভাৱ কি ? মই তেওঁক প্ৰাণভৰি ভালপাওঁ নে যেনেকৈ এজন প্ৰেমিকে তেওঁৰ প্ৰেমিকাক ভালপাব পাৰে ? সন্দেহ আছে, ঘোৰ সন্দেহ আছে। মই তেওঁক ভালপাই বিয়া কৰাইছিলোঁ নে সমাজত ঠাই পাবৰ কাৰণে বিয়া কাৰাইছিলোঁ ? পিছৰটোৱেই আচল কাৰণ নহয়নে ? বোধহয় হয়।

কামিনীয়ে মোৰ জীৱনৰ প্ৰকৃত ৰূপটো ফটফটীয়াকৈ ফুটাই তুলিলে। অথচ কামিনী এজনী বেয়া ছোৱালী। মিঃ কটকী আৰু মিঃ ৰহমানৰ জীৱনকো তাই এইদৰেই ফৰিংফুটা কৰি তুলিছে। আমি স্বেচ্ছাই গঢ়ি লোৱা জীৱনত শান্তি নেপাওঁ। আমি শান্তি বিচাৰি পাওঁ কামিনীৰ ওচৰত। হওক সেই শান্তি খন্তেকৰ, কিন্তু প্ৰতিদিনেই খন্তেকৰ শান্তি তাই দিব পাৰে। আমাৰ ব্যক্তিগত জীৱনত যে এদিনৰো শান্তি নাই, খন্তেকৰো শান্তি নাই। আমি আমাৰ জীৱনৰপৰা পলাওঁ।

মই পলাওঁ ঘৰৰপৰা, কাৰবাৰৰপৰা, ধূলিৰপৰা। ধূলি কেঁচুৱাতে মৰি যোৱাহলেই ভাল আছিল, মোৰ দুশ্চিন্তা কিছু কমি গ'লহেতেন। অৱশ্যে তাইৰ মৰণ মই কোনোদিনেই কামনা কৰি অহা নাই। তাইৰ প্ৰতি দায়িত্ববোধ মই কোনোদিনেই ত্যাগ কৰিব পৰা নাই।



নহলে কাহানিবাই তাইক ক'ৰবাত এৰি থৈ আহিব পাৰিলোঁহেতেন। তাইৰ কাৰণে মই কোনোদিনেই কাৰ্পণ্য দেখুৱা নাই। অথচ মই তাইৰ কাৰণে একো কৰা নাই। তাইৰ ভৱিষ্যৎটো কি হব মই ভাবিব পৰা নাই। মিঃ কটকী আৰু মিঃ ৰহমানে তাইৰ বিষয়ে জানে নে নেজানে কব নোৱাৰেঁা। মই আজিলৈকে তেখেতসকলক তাইৰ বিষয়ে কোৱা নাই। তাইক লৈ মই কি কৰিম ভাবিলে মূৰ ঘূৰি যায়। তাইক দেখিলে নভবাকৈও থাকিব নোৱাৰেঁা। তাই আকৌ পঢ়াৰ কথা কওঁতে, প্ৰাইভেটকৈ মেট্ৰিক দিব খোজাৰ কথা কওঁতে মই তাইৰ চকুলৈ চাব পৰা নাছিলোঁ। কিন্তু তাইৰ ওচৰত মই ধৰা পৰিব খোজা নাছিলোঁ। তাইৰ ভৱিষ্যতৰ কথা যে মই ইমানদিনে ভবা নাই এইটো তাইক বুজিবলৈ দিব খোজা নাছিলোঁ। তাইৰ ওচৰত মই অপৰাধী। সেইবাবে মই তাইৰ-পৰা পলাই ফুৰেঁা।

## সতীশৰ কথা

[ ১ ]

মই ভবা নাছিলোঁ ধূলিয়ে এনেকুৱা কথা কব পাৰিব বুলি। অৱশ্যে তাইৰ কথা-বতৰা সদাই অলপ বেলেগ ধৰণৰ। সেইটোত হয়তো আচৰিত হবলগীয়া একো নাই। সামাজিক পাৰিবাৰিক কোনো ধৰণৰ স্বীকৃতি তাইৰ নাই। সেইকথা তাই নিশ্চয় বুজিব পাৰিছে। তাই ডাঙৰ হৈছে। সংসাৰৰ কি বস্তু বুজিব পৰা হৈছে। গজেনৰ ঘৰত তাইৰ অৱস্থান কি সেইটো তাই ইমানদিনে আবিষ্কাৰ কৰি পেলাইছে। সেইবাবে তাই যদি কেতিয়াবা মন-মাৰি বহি থাকে বা আচৰিত প্ৰশ্ন কৰে তেন্তে কোনো জনা মানুহ আচৰিত নহব।

কিন্তু আজি কিছুদিনৰপৰা তাইৰ আচৰণত মই বৰ বেছিধৰণে অস্বাভাৱিকতা দেখিবলৈ পাইছোঁ। তাই ললিতাতকৈ বহুত বেছি বুদ্ধিমতী; পঢ়া-শুনাতো চোকা। শিক্ষক হিচাপে মোৰ অনুমান, বেছিকৈ নপঢ়িলেও তাই অনায়াসে পাছ কৰি যাব পাৰিব; কিন্তু ললিতাই দিনে ওঠৰ ঘণ্টাকৈ পঢ়িলেও কোনোমতেহে যদি সৰকি যাব পাৰে। পঢ়িবৰ সময়ত ধূলিয়ে একান্তমনে লাগে, মোৰ কথা শ্ৰদ্ধাভৰত শুনে; কিন্তু ললিতা বৰ চঞ্চল, ইফালে-সিফালে চাই থাকে, নতুন কথা বুজিবলৈ কমেও তিনিবাৰ লাগে, মোৰ চকুৱে চকুৱে চাব নোৱাৰে কিন্তু ধূলিৰ চকুলৈ কিয় জানো ঘনাই চুলুংকৈ চাই চাই থাকে। ধূলি সৰল খোলা মনৰ; ললিতা বৰ জটিল, কি ভাবে ধৰা টান, তাইৰ মুখৰ কথাৰ সদাই এটা গূঢ়াৰ্থ



থাকে। এই ধূলিয়েই আজি কিছুদিনৰপৰা পঢ়াত অমনোযোগী হৈ পৰিছে। তায়ো যেন ললিতাৰ দৰে কথা নুবুজা হৈ আহিছে, কাৰণ বুজাই উঠি কেতিয়াবা কিবা সুধিলে একো কব নোৱাৰা হয় আৰু লাজতে তলমূৰ কৰে। মোৰ চকুৱে-মুখে আৰু কেতিয়াবা মাত-কথাতো বিৰক্তিৰ চিন ফুটি উঠে। ললিতাই মিচিক কৰে হাঁহি আঁচলেৰে মুখখন ঢাকি ধৰে, যেন ধূলিৰ তেনে অৱস্থা হোৱাত তাই বৰ তৃপ্তিহে পাইছে। কেতিয়াবা ধূলিয়ে একেথৰে মোৰ চকুলৈকে চাই থাকে; সেই অপলক দৃষ্টি ইমান গভীৰ যে ময়েই সহিব নোৱাৰি তলমূৰ কৰিবলৈ বাধ্য হওঁ। একো বুজিব নোৱাৰি মনটো অস্থিৰ হৈ উঠে। তাই বাৰু মোক কিবা কব খোজে নেকি? ছোৱালী দুজনীৰ মাজত ফেৰিয়া-ফেৰি এটা আছে যেন লাগে। হোৱাটো স্বাভাৱিক। দুয়ো সমান বয়সৰ গাভৰু ছোৱালী। একেটা পৰীক্ষাকে দিবলৈ দুয়ো একে ঠাইতে বহি সাজু হৈছে। এজনীৰ আছে সৰলতাৰ নৈতিক বল আৰু স্বাভাৱিক বুদ্ধি-বৃত্তি; ইজনীৰ সেইবোৰ একো নাই কিন্তু আছে আধুনিক সভ্যতাৰ সকলোখিনি জটিলতা আৰু আদব-কায়দাৰ অভিজ্ঞতা। আজিৰ জগতত ললিতা জিকি যাব, কিন্তু আদৰ্শৰ ফালৰপৰা তাই সদাই ধূলিৰ ওচৰত পৰাভৱ স্বীকাৰ কৰি থাকিব। গতিকে তাহাঁতৰ মনত পৰস্পৰৰ ভিতৰত প্ৰতিদ্বন্দ্বিতাৰ ভাব এটা থকাই স্বাভাৱিক। ইয়াৰ কাৰণেই ধূলিৰ মনলৈ অস্থিৰতা এটা আহি পৰিছে নেকি? কিন্তু মই জনাত তাইতো তেনে ছোৱালী নহয়। তাই কাজিয়া কৰা ছোৱালী নহয়; কাৰো ওপৰত তাই অভিমান নকৰে। তেন্তে কি কথা, উলিয়াবলৈ চেষ্টা কৰিবলৈ মই থিৰ কৰিলোঁ। এদিন পঢ়োৱা শেষ হবৰ সময়ত হাঁহি হাঁহি কলোঁ, "হবগৈ যেন পাইছোঁ—দুয়োৰে মই ভালেই দেখিছোঁ।" দুয়ো হাঁহি দেখুৱালে। "পিছে ধূলিয়ে

দেখোন আজিকালি অলপ অলপ ভুল কৰিব ধৰিছা ? কিয় বাৰু ? কেইদিনমানৰপৰা মই কথাটো লক্ষ্য কৰিছোঁ। গা-চা ভাল নহয় নেকি ?"

তাই অসম্ভৱ গম্ভীৰ হৈ গ'ল। তলমূৰ কৰিলে। ললিতাই কৌতূহলেৰে তাইৰ ফালে চাবলৈ ধৰিলে। ধূলিয়ে একো নমতা দেখি মই মাত লগালোঁ, "হয়নে ধূলি ?"

এইবাৰ তাই কলে, "নাই, একো হোৱা নাই।"

হঠাৎ ললিতাই হিঃহিঃকৈ হাঁহি কিতাপ-পত্ৰ লৈ উঠি ভিতৰলৈ লৰ মাৰিলে। মই অবাক হলোঁ। ইয়াৰ কি অৰ্থ ? মোৰ আগতে তেনে আচৰণ কৰাত মই অলপ লাজো পালোঁ। ধূলিক সুধিলোঁ, "ললিতাৰ কি হ'লহে ?"

ধূলিয়ে কলে, "তাই বোধহয় মোৰ কিবা অসুখ হৈছে বুলি ভাবিছে। সেইবোৰ আপুনি নুসুধিব চাৰ, আমাৰ ভিতৰুৱা কথা।"

ধূলিৰ কথাকেইটাত এনে এটা ঐকান্তিক সুৰ আছিল যে মই বেয়া পোৱাৰ কথা ভাবিবই নোৱাৰিলোঁ। বৰং ছোৱালীৰ মাজত এনে কিবা গোপন কথা থাকিব পাৰে বুলি ভাবিলোঁ যিটো আমাৰ আগত কব নোৱাৰে। গতিকে প্ৰসঙ্গ সলাই মই লাহেকৈ সুধিলোঁ, "তুমি বাৰু মোক কিবা কব খোজা নেকি ?"

তাই আকৌ সেই গভীৰ দৃষ্টিৰে মোৰ চকুলৈ চালে। "কিবা কব খোজোঁ, কিন্তু কবলৈ সাহ হোৱা নাই।"

মোৰ ভীষণ কৌতূহল হ'ল। কিন্তু একোকে অনুমান কৰিব নোৱাৰি কলোঁ, "কোৱোচোন কোৱা। একো ভয় নাই।"

এনেতে বাহিৰত কাৰোবাৰ ভৰিৰশব্দ শুনা গ'ল। ধূলিয়ে কিতাপ-পত্ৰ সামৰি কলে, "আজি থাওক, আন এদিনা কম, আপুনি মাত্ৰ বেয়া নেপাব।" এইবুলি ওলাই যাওঁতে তাই



দুৱাৰমুখতে সিফালৰপৰা চাহৰ ট্ৰেথন লৈ অহা ললিতাক লগ পালে। ললিতাই তেতিয়া নেহাঁহিবলৈ আপ্ৰাণ চেষ্টা কৰি আছিল।

'আন এদিনা'লৈকে কৌতূহল দমাই ৰখাই মোৰ পক্ষে টান হৈ পৰিল। অকলশৰে কথা পাতিবলৈ আমি সুযোগ পোৱা নাছিলোঁ। ইতিমধ্যে মই অৱশ্যে বহুত কিবা-কিবি অনুমান কৰি পেলাইছিলোঁ। এতিয়া মনত পৰিলে বৰ লাজ লাগে, কাৰণ মই বৰ অবান্তৰ কথা কিছুমান অনুমান কৰিছিলোঁ। যেনে, ভাবিছিলোঁ হয়তো ধূলিৰ ব্যক্তিগত কাৰণত অলপ টকাৰ দৰকাৰ হৈছে, গজেনক খুজিব নোৱাৰি মোকেই মনে মনে খুজিব খুজিছে। এতিয়াহে ভাবিছোঁ, এনেকুৱা নীচ কথাওনো মই কেনেকৈ ভাবিব পাৰিলোঁ ?

যি হওক, এসপ্তাহমান পিছতে এদিন সুযোগ পালোঁ। সেই-দিনা ললিতা ঘৰত নাছিল। কোনোবা বান্ধৱী এগৰাকীৰ বিয়ালৈ গৈছিল ; পুৱাতে গ'ল, একেবাৰে পিছদিনা পুৱাহে অহাৰ কথা। ধূলিয়ে মোলৈ আগ্ৰহেৰে বাট চাই আছিল। পঢ়া-কোঠাটো আওহতীয়া আৰু পঢ়িবৰ সময়ত সাধাৰণতে তালৈ কোনো নেযায়। পঢ়ুৱাবলৈ বুলি ইংৰাজী কিতাপ এখন মেলি লৈ মই কলোঁ, "তুমি কম বুলি কোৱা কথাটোকে আজি কোৱাচোন। আজি কোনো নাই। সিদিনা কব নোৱাৰিলা নহয় ?"

ধূলিও প্ৰস্তুত হৈ আছিল যেন বোধ হ'ল। তাই গম্ভীৰ হৈ তলমূৰকৈ থাকি অতি অনুচ্চ স্বৰত কলে, "মই ইয়াৰপৰা গুচি যাব খোজোঁ।"

"কিয় ?" মই ইমান আচৰিত হৈছিলোঁ যে মোৰ মাতটোও তাইৰ নিচিনাই সৰু হৈ ওলাল।

"মোৰ ইয়াত থকা অসম্ভৱ।"

"কোনোবাই কিবা কৈছে নেকি ?"

তাই কৈ গ'ল, "কোনেও একো কোৱা নাই। কিন্তু একো নকলেও বহুত কোৱাৰ সমান হব পাৰে। আপোনাক এঠাইত নেলাগে বুলি কোনেও নকব পাৰে, কিন্তু কেৱল যোৱাৰ বাটটোহে সকলোৱে মনে মনে মুকলি কৰি থব পাৰে। তেতিয়া আপুনি কি কৰিব ?"

মই অলপ চিন্তিত হলোঁ। ধূলিয়ে কি কব খুজিছে মই বুজিব পাৰিলোঁ। কিন্তু ইমান ডাঙৰ কথা এটা এই সৰু ছোৱালীজনীয়ে ইমান ভালকৈ কব পৰিব বুলি মই ভবা নাছিলোঁ। গজেনৰ ঘৰখনত তাইৰ স্থান ক'ত সকলোৱে দেখিছে। তায়ো নিশ্চয় উপলব্ধি কৰিছে। ভালকৈ খাই-পিন্ধি থাকিলেই নহয়, অনাদৰটো মনেহে উপলব্ধি কৰে। তাই বুজিছে, এইখন ঘৰ তাইৰ কাৰণে নহয়। অঁ, হব পাৰিলেহেতেন, যদিহে গজেনৰ দৰে, নৰেনৰ দৰে, ললিতাৰ দৰে জীৱনক বেলেগ ৰূপত তাই গ্ৰহণ কৰিলেহেতেন। কিন্তু তাই বেলেগ ধাতুৰে গঢ়া প্ৰাণী। তথাপি এই সিদ্ধান্ত হঠাৎ লবলগীয়া হ'ল কিয় ? নিশ্চয় কিবা বিশিষ্ট কাৰণ থাকিব লাগিব। আজি ইমানদিনেতো তাই ইয়াৰপৰা যোৱাৰ কথা ভবা নাই।

গতিকে মই কলোঁ, "তুমি কথাবোৰ খোলোচাকৈ কোৱা নাই যদিও মই বোধহয় ঠিকেই বুজিছোঁ। আজি হঠাৎ কিয় তোমাৰ মনত এনে ভাব খেলালে ? ইয়াৰ নিশ্চয় কিবা কাৰণ আছে।"

তেতিয়া ধূলিয়ে অকপটে নৰেনৰ আচৰণৰ কথা কলে। নিশা লাইট নুমাই যোৱাৰ সুযোগ লৈ নৰেনে তাইৰ সৰ্বনাশ কৰিব খুজিছিল। তাৰ চকুত তাই বহুত দিনৰেপৰা দুৰ্বাসনা দেখি আহিছিল। সেইবাবে ভয় খাই আছিল আৰু তাক পৰাপক্ষত এৰায়েই চলিছিল। কিন্তু সেই নিশা অতৰ্কিতে সি তাইক আক্ৰমণ কৰিলে ; ভাগ্য ভাল যে তৎক্ষণাৎ লাইটবোৰ জ্বলি উঠাত সি ধৰা পৰাৰ ভয়ত আঁতৰি গ'ল।



ঘটনাটো বৰ্ণাই উঠি ধূলিয়ে কলে, "মই সদাই বুজি আহিছোঁ মই ইয়াৰ নহওঁ, মই কাৰো নহওঁ। তপাপি ইয়াতে আছোঁ, যাবলৈ আন ঠাই নাই কাৰণে। কিন্তু এই ঘটনাৰ পিছত মোৰ ভাব হৈছে মই আত্মৰক্ষা কৰিব লাগিলে ইয়াৰপৰা যাবই লাগিব। এইখন মোৰ ঘৰ নহয়, আশ্ৰয়ো নহয়, আশ্ৰয়প্ৰাৰ্থীক মানুহে অত্যাচাৰ নকৰে।"

মই সুধিলোঁ, "কিন্তু তুমি ক'লৈ যাবা ? তুমি ইয়াৰপৰা গৈ ক'ত থাকিম বুলি ভাবিছা ?"

তাই কলে, "আপুনি মোক লৈ যাওক। আপুনি মোক উদ্ধাৰ কৰক। নহলে মোৰ আৰু উপায় নাই।"

প্ৰস্তাৱটো ইমান আকস্মিক আৰু অপ্ৰত্যাশিত যে মই কি কম ভাবিকে নেপালোঁ। মাত্ৰ "মই" বুলি কৈ উঠিলোঁ।

"হয়। আপুনি নহলে এই পৃথিৱীত মোক উদ্ধাৰ কৰোঁতা আৰু কোনো নাই।"

প্ৰশংসাটো নিশ্চয় লোভনীয়। কিন্তু সিমানখিনি দায়িত্ব লব পৰা ক্ষমতা মোৰ ক'ত ? মোৰ ওপৰত যে ধূলিৰ গভীৰ আস্থা এইকথা জানিব পাৰি বৰ ভাল লাগিল। সেইটো শিক্ষক হিচাপেও সন্তোষৰ বিষয়, মানুহ হিচাপেও। স্কুলৰ ছাত্ৰসকলেও যেতিয়া মোৰ ওচৰত এনেকৈ আস্থা জ্ঞাপন কৰে তেতিয়া নিজৰ মনলৈ গভীৰ আস্থা আহে, বল আহে। কিন্তু ধূলিৰ প্ৰস্তাৱটো এনে আচহুৱা যে মোৰ নিজৰ ওপৰত এইবাৰ বিশ্বাস ওপজিব নুখুজিলে।

মই কলোঁ, "কিন্তু এটা কথা ভাবি চাইছা নে নাই, মই তোমাক ক'লৈ লৈ যাম ?"

"আপোনাৰ ওচৰলৈ। আপোনাৰ ঘৰলৈ। মই আপোনাৰ ঘৰত চিৰদিনলৈ থাকিব খোজোঁ।"

দুগুণে আচৰিত হলোঁ। আজি মোৰ কেৱল অবাক হোৱাৰে

পাল আছিল নেকি? এই আচৰিত ছোৱালীজনীয়ে আজিৰ দৰে কাহানিও ইমান আচৰিত কথা কোৱা নাই। মানুহৰ মনৰ কথা কোৱা বৰ টান। কিন্তু মইতো কল্পনা কৰা নাছিলোঁ যে ধূলিৰ মনত এনে কথাও থাকিব পাৰে! মই বহুত বহুত পৰলৈ একো মাতিব নোৱাৰিলোঁ। তাইৰ চকুলৈকে চাব নোৱাৰি মই তলমূৰ কৰিলোঁ। মনে মনে লাজ লাগিলত গাটোও ঘামিবলৈ ধৰিলে। এই প্ৰস্তাৱ ললিতাই দিয়াহলে মই তাইক ধমক লগাই দিলোঁহেতেন, কাৰণ তাই ভলেখিনি দুষ্ট প্ৰকৃতিৰ। কিন্তু ধূলিৰ মনত কোনো ধৰণৰ মল নাই বুলি মোৰ বদ্ধমূল ধাৰণা। সেইবাবে কামনাৰ তাড়নাতে তাই চঞ্চলতা প্ৰকাশ কৰিছে বুলি মই ধৰি লব নোৱাৰিলোঁ। তাই বহুত ভাবি-চিন্তিহে এইদৰে কৈছে।

অৱশেষত মই কলোঁ, "ধূলি, চোৱা, মই কি কম ঠিক কৰিব পৰা নাই। তুমি বৰ ডাঙৰ কথা কৈছা, সাংসাৰিক কথা কৈছা, দায়িত্বৰ কথা—এইটো ভীষণ দায়িত্বপূৰ্ণ কথা। মোৰ ফালৰপৰাও কথাটো ভাবি চোৱা। মই এজন শিক্ষক। মই ডঙুৰা মানুহ, অকলে ভাৰা-ঘৰত থাকোঁ। তদুপৰি মোৰ ঘৰ এখনো আছে, ককাইদেউহঁতৰ কথা মই পাহৰি যাব নোৱাৰোঁ। আটাইতকৈ ডাঙৰ কথা, মই নিজে এইবোৰ এতিয়ালৈকে ভবা নাই। গতিকে—"

"আপোনাৰপৰা মই এতিয়াই সমিধান বিচৰা নাই।" তাই ধপ্ কৰে থিয় হ'ল। তাৰপিছত চকীখনৰপৰা আঁতৰি আহি মোৰ ওচৰত মাটিতে বহি মোৰ ভৰি ছুই কলে, "আপুনি ভাবি-চিন্তি চাওক, যিমান দিনলৈ ভাবে ভাবক, অপেক্ষা কৰিম। আপুনি যদি অক্ষমতাও প্ৰকাশ কৰে, তেনেহলেও মই একো বেয়া নেপাওঁ। কাৰণ কেৱল আপুনিয়েই মোক প্ৰকৃততে মৰম কৰে বুলি মই জানো। কিন্তু তাৰ সুযোগ মই লব নোখোজোঁ। মই মাত্ৰ আত্মৰক্ষা কৰিব খুজিছোঁ।"



তাই উঠি ওলাই গ'ল। উঠি যাওঁতে মোৰ ভৰি ছোৱা হাতখন মূৰত বুলাই দিলে। অলপ উচুপি উঠা যেন শুনিলোঁ।

মই নিথৰ হৈ বহি থাকিলোঁ। কি ভাবিব লাগিব যেন তাকো থিৰ কৰিব নোৱাৰা হলোঁ। গোটেই চিন্তাবোৰ ওলট-পালট হৈ গ'ল। মাত্ৰ মনলৈ আহিল যে আমাৰ কথাবোৰ কোনোবাই যদি শুনি থাকিলহেতেন তেন্তে সৰ্বনাশ হ'লহেতেন।

কিমানপৰ ভাবত বিভোৰ হৈ আছিলোঁ কবই নোৱাৰোঁ। ধূলিয়ে চাহ লৈ অহাৰ শব্দতহে চক খাই উঠিলোঁ। ট্ৰেখন মোৰ সমুখত থৈ তাই কলে, "মূৰ কামোৰা বাবে আজি আৰু নপঢ়োঁ বুলি কৈছোঁ।" তাই আকৌ নীৰৱে ওলাই গ'ল।

মই লাহে লাহে চাহকে খাবলৈ ধৰিলোঁ। পাৰিলে কি কৰা উচিত চিন্তা কৰিবলৈ ধৰিলোঁ। কিন্তু সকলো খেলি-মেলি হৈ গ'ল। এই ছোৱালীজনীৰ হিয়াত ইমান গভীৰ তোলপাৰ লাগি আছিল, আমি কোনেও দেখা নাছিলোঁ।

ওলাই গৈয়েই প্ৰভাৰ সমুখত পৰিলোঁ। তেওঁৰ লগত মই আজিলৈকে সহজ হব নোৱাৰিলোঁ। তেৰেঁা স্বামীৰ বন্ধু বুলি অলপ লাজ কৰে, মোৰহে লাজ বেছি যেন লাগে। তাতে আজি ছাত্ৰীক নপঢ়োৱাকৈয়ে যাবলৈ ওলাইছোঁ। মোৰ সঙ্কোচ খুব বেছি হৈছিল। সঙ্কোচৰ কাৰণেই নেকি জানো ধূলিয়ে ইঙ্গিত দি যোৱা মতেই মই আগধৰি মোৰ অজুহাতটো দাঙি ধৰিলোঁ, "আজি ললিতাও নাই, তাতে ধূলিৰো বোলে গা ভাল নহয়, সেইবাবে—"

প্ৰভাই হাঁহি কলে, "এৰা, তাই মূৰ কামুৰিছে বুলি কৈছেতো। থাওক আজিলৈ—আপুনি চাহ খালে জানো?"

"খালোঁ।"

মই আৰু নৰলোঁ। পঢ়োৱাৰ নামত ছাত্ৰীৰ লগত প্ৰেমত লিপ্ত হৈছোঁ, এই ধৰণৰ অভিযোগ নুতুলি যে চাহৰহে খবৰ ললে, এয়ে পৰম ভাগ্য।

[ ২ ]

**কি**ন্তু কেবাদিন ভাবিও একো পাৰ নেপালোঁ। বিষম সমস্যা। ধূলিক মই মৰম কৰি আহিছোঁ, সহানুভূতি দেখুৱাই আহিছোঁ। তাই তাৰ ভুল অৰ্থ কৰা নাই বুলি মই জানো। সেই কাৰণেই তাই মোৰ জীৱনলৈ আহিব খোজা নাই নিশ্চয়। তাইৰ উদ্ধাৰৰ কামনাটোৰেই যে আচল কথা এইটো মই বিশ্বাস কৰিছোঁ। কিন্তু এনেকুৱা এটা পন্থাৰ কথা তাইৰ মনত খেলালে কেনেকৈ ? ইমানবোৰ কথা তাই জানে বুলি মোৰ ধাৰণা নাছিল। তাইক এতিয়াও সেই গাঁৱত দেখা সৰু ছোৱালীজনী বুলিয়েই ধৰি আছোঁ।

তাইক প্ৰথম দেখাৰ কথা মোৰ স্পষ্টভাৱে মনত আছে। মই কলেজৰপৰা কিবা এটা বন্ধত ঘৰলৈ গৈছিলোঁ। ধূলি গজেনহঁতৰ ঘৰত থকাৰ কথা জানো, কিন্তু তাইক তেতিয়ালৈকে মই দেখা নাছিলোঁ। তাৰ কাৰণ কেবাটাও। তাই কেঁচুৱাতে তালৈ গৈছিল, গতিকে বাহিৰত দেখা সম্ভৱ নহয়। গজেনহঁতৰ ঘৰলৈ আমি নেযাওঁ, গাঁৱৰ কোনো মানুহেই সতকাই নগৈছিল, ধূলি অহাৰপৰাতো একেবাৰেই যোৱা বন্ধ হৈছিল। আটাইতকৈ ডাঙৰ কথা, মই গাঁৱলৈ কমেই যাওঁ। পঢ়াত মই বৰ নিয়মীয়া ; তাতে নিজে বান্ধি-বাঢ়ি কষ্ট কৰি পঢ়োঁ। ককাইদেউহঁতক বৰকৈ হেঁচা দিব নোখোজোঁ। সেইবাবে পঢ়া-শুনাৰ ক্ষতি হয় বুলি বন্ধতো কমেইহে ঘৰলৈ গৈছিলোঁ।

সেইবাৰ যাওঁতে গজেনহঁতৰ ঘৰৰ ওচৰৰ আলিবাটতে পাঁচ বছৰীয়ামান মৰম-লগা, বগা ধুনীয়া ছোৱালী এজনীয়ে অকলে ধূলি-বালি লৈ খেলি থকা দেখিলোঁ। সস্তীয়া পেনী-চোলা এযোৰ পিন্ধি আছিল, ফটা-ছিটাও, মলিয়নো। কিন্তু চকুকিটা ক'লা, গভীৰ আৰু চুলি বৰ একোছা, আউল-বাউল। কাৰ ঘৰৰ ছোৱালী মই ধৰিব



পৰা নাছিলোঁ। তাই কিন্তু আপোনমনে ঘামি-জামি ধূলি খেলি আছে। মই বৈ গৈ সুধিলোঁ, "তোমাৰ কি নাম, ভন্টি ?"

তাই মোক দেখিছিল কিন্তু লক্ষ্য কৰা নাছিল। মই মাত লগোৱাত মোৰ ফালে মূৰ তুলি চাই বেছ ডাঙৰকৈয়ে কলে, "ধূলি।"

মোৰ মনত কিবাখন লাগি গ'ল, ভালো লাগিল, বেয়াও লাগিল। সেইটো যেন তাইৰ নাম নহয়, উপাধিহে। তাই ধূলি খেলি আছে, ধূলিৰ লগত মিহলি হৈ আছে, তাই নিজেই এমুঠি ধূলি। ঘৰ কোনটো বুলি যেতিয়া সুধিলোঁ তেতিয়া গজেনহঁতৰ ঘৰলৈ তাই আঙুলীয়াই দিলে। তেতিয়া তাইৰ নামটো আৰু খাপ খোৱা যেন লাগিল। অবৈধতা লৈ তাই জন্মিছে, অবৈধভাৱেই শইকীয়াৰ ঘৰত আছে। সমাজে তাইক স্বীকৃতি নিদিয়ে। দাৰিদ্ৰ্যগ্ৰস্ত শইকীয়াৰ ঘৰে সমাজক কাহানিবাই এৰিলে, সেই কাৰণে নিয়ম-নীতিলৈ আওকাণ কৰি ধূলিক ঘৰত ঠাই দিছে। কিন্তু যিদিনা অধিকাৰৰ প্ৰশ্ন উঠিব—এদিন উঠিবই —সেইদিনা সকলোৰে তাইক এৰিব। গতিকে এমুঠি ধূলিৰ দৰেই তাই মূল্যহীন। কিন্তু নিৰ্জীৱ ধূলিমুঠিৰ দৰেই চৌপাশৰ পৃথিৱীখনৰ প্ৰতি নিৰ্লিপ্ত হৈ তাই আপোনমনে সেইদিনা খেলি আছিল।

তাৰপিছতো তাইক দুই-এবাৰ দেখিছিলোঁ। অলপ ডাঙৰ হৈ স্কুললৈ অহা-যোৱা কৰোঁতেও এবাৰ নে দুবাৰ দেখিছিলোঁ হবপায়। কিন্তু তেতিয়াও তাইৰ ওপৰত কোনো বিশেষ মূল্য মই আৰোপ কৰা নাছিলোঁ, অন্যান্য সাধাৰণ সৰু ছোৱালীৰ দৰেই তাই আমাৰ গাঁৱত আছে, এয়ে আছিল আমাৰ সকলোৰে কাৰণে সত্য।

সেই ছোৱালীজনীয়ে আজি ইমান ডাঙৰ কথা ভাবিব পৰা হৈছে। তাই ডাঙৰ হৈছে। তাই আজি গভীৰভাৱে চিন্তা আৰু উপলব্ধি কৰিব পৰা হৈছে। নহলে সিপিঠিৰ চিঠিখন তাই লিখিব নোৱাৰিলেহেতেন ঃ

পূজনীয়,

আপোনাক এইকেদিন চিন্তিত দেখি মই বৰ কষ্ট পাইছোঁ। কাৰণ ময়েই তাৰ গুৰি। কিন্তু মই সিদিনা আপোনাক কৈছোঁ যে মোৰ কথাত বাধ্যবাধকতা একো নাই। আপুনি না কৰিলেও মই আপোনাৰ ওচৰত মই হৈয়েই থাকিম। মই মানুহৰ নিচিনাকৈ জীয়াই থাকিব খোজোঁ। তাৰ কাৰণে মোক মানুহৰ সঙ্গ লাগে। পৃথিৱীত মই মানুহ দেখিবলৈ পোৱা নাই। মোৰ চাৰিওফালে যেন কেৱল কিছুমান যন্ত্ৰহে। যন্ত্ৰই সুখ-দুখ, ভাল-বেয়া একো নুবুজে। আপুনি যন্ত্ৰ নহয়। কেতিয়াবা হয়গৈ যদি নাজানো। মোৰ বিশ্বাস আপুনি কেতিয়াও যন্ত্ৰ হব নোৱাৰে। সেইবাবেই মই আপোনাৰ আশ্ৰয় লৈ বাচিব খুজিছোঁ। আপুনি এজন শিক্ষক বুলি যে এনে ধাৰণা হৈছে সেইটো নহয়। সকলো শিক্ষকেই ভাল নহয়, যেনেকৈ ভাল মানুহ মাত্ৰেই শিক্ষক নহয়। আপুনি মানুহ হিচাপেই মোৰ আদৰ্শ, মোৰ আশা-ভৰসাৰ স্থল। মানুহৰ মাজতহে এনে আশা-ভৰসাৰ স্থল থাকিব পাৰে। তেওঁলোকে সাধাৰণ সোঁতত নুটে, উটিব নোখোজে। বৰং সোঁতৰ বিপৰীতেহে যাবলৈ আপ্ৰাণ চেষ্টা কৰে। গতিকে তেওঁলোক নিৰ্ভীক, অসম সাহসী। অসম সাহসীৰ সহায় মই লব খুজিছোঁ, নিশ্চয় ভুল কৰা নাই। যদি ভুল কৰিছোঁ আপুনি শুধৰাই দিব, মই মূৰ-পাতি লম। আপুনি এনেও মোৰ শিক্ষক।

ইতি—

ধূলি।

ইমান ডাঙৰ কথা যে ময়েই ভাবিব নোৱাৰিলোঁহেতেন। অন্ততঃ ধূলিৰ বয়সত। তাই মোক বিয়া কৰাব খোজে। কিন্তু তাইৰ ভাবৰ গভীৰতা দেখি নিজকে তাইৰ ওচৰত সৰু সৰু লাগিছে। তাই ইমানবোৰ ক'ত শিকিলে? নপঢ়াকৈ, নেদেখাকৈ, নুফুৰাকৈ শিকিলে? হয়তো ঠেকি শিকিলে, অনাদৰত শিকিলে, হয়তো তাইৰ এই জ্ঞান ঈশ্বৰপ্ৰদত্ত, ই মানৱীয় চেষ্টাৰ দ্বাৰা প্ৰলব্ধ নহয়।



[ ৩ ]

বয়স! বয়সৰ তাৰতম্যটো ভাবি চাবলগীয়া। বিয়াৰ কাৰণে মোৰ বয়স কেতিয়াবাই হৈছে। ঘৰত আজি কেবা বছৰৰপৰা ধৰিয়েই আছে। মইহে গা-এৰা দি আছোঁ, একপ্ৰকাৰ এই ভয়তে ঘৰলৈ যাবলৈকো কমাই পেলাইছোঁ। অৱশ্যে মই ভীষ্ম-প্ৰতিজ্ঞা কৰা নাই। কিন্তু বিয়া কৰোৱাৰ কোনো যুক্তিসঙ্গত কাৰণ মই আজিলৈকে বিচাৰি পোৱা নাই। এজনী ছোৱালী স্ত্ৰী হৈ আহিব, ঘৰ ধৰিব, ল'ৰা-ছোৱালী হব, মাষ্টৰি কৰা পইচাৰে বহু কষ্ট কৰি সিহঁতক ডাঙৰ-দীঘল কৰিম—ইয়াৰ মাজত সাৰ্থকতা ক'ত? বিয়াই জীৱনক পৰিপূৰ্ণতা দিয়ে বুলি ভাবিব পৰাহলেও হয়তো এটা কথা আছিল। কিন্তু তেনে বিশ্বাস মোৰ নাই। সেইবাবে বিয়াৰ প্ৰসঙ্গ মই এৰাই চলিছোঁ।

মোৰ তুলনাত ধূলি তেনেই কুমলীয়া ছোৱালী। হয়তো স্বাভাৱিক-ভাৱে বিয়া-বাৰু হোৱাহলে মই তাইৰ বাপেকৰ বয়সী নহলোঁহেতেন। তথাপি মোৰ বয়স আনুপাতিকভাৱে বেছি।

আনহাতে গজেন মোৰ বন্ধু, সৰুকালৰ লগৰীয়া, স্কুলৰ সহপাঠী। ধূলিৰ সৈতে গজেনৰ সম্পৰ্ক কি ঘৰে-পৰে বহুতেই জানে। অন্ততঃ মই জানো। এনেস্থলত মোৰ ফালৰপৰা এটা নৈতিক বাধা থকা উচিত নহয়নে? জনা মানুহে কি কব? গজেনে কি কব? মই নিজেইবা কি ধৰণে কথাটো লম? যুৱক হিচাপে কামনাৰ তাড়না মই অনুভৱ নকৰাকৈ থকা নাই। কামনাক পিশাচিনী বুলি ময়ো আঁতৰাই থবলৈ যত্ন কৰি আহিছোঁ। কিন্তু গাভৰু ছোৱালী হলেও ধূলি বা ললিতাৰ প্ৰতি মই কোনোদিনেই কামনাৰ চকুৰে চোৱা নাই। গজেনৰ ওচৰত মই বিশ্বাস ভঙ্গ কৰিব নোখোজোঁ। সি মোক

ছোৱালী দুজনীৰ ভাৰ দিছে। মই মোৰ কৰ্তব্য কৰি গৈছোঁ। প্ৰতি মাহে ভদ্ৰই আদ-বাটত মোক 'চাৰ' বুলি লগ ধৰি বন্ধ, উকা লেফাফা এটা দি যায়হি ঃ তাত আঠখন দহ-টকীয়া নোট থাকে বুলি মই জানো, খুলি চাবৰ প্ৰয়োজন নহয়। মোৰ মনটোৱেও মোৰ লগত সহযোগিতা কৰিছে, কোনোদিন মোক পিছল খাবলৈ দিয়া নাই। ধূলিক আন চকুৰে চাব লাগিব বুলি কোনোদিনেই ভবা নাই।

আৰু এটা কথা আছে। মই এজন শিক্ষক। অৱশ্যে মোৰ বৃত্তিহে শিক্ষকতা। শিক্ষক বোলাবলৈ মোৰ যোগ্যতা নাই। সংসাৰতনো শিক্ষক কোন? জীৱনতচোন ছাত্ৰ হৈয়েই দিন শেষ কৰিব নোৱাৰি। তথাপি গুৰুৰ গুৰুত্বক মই সন্মান কৰোঁ। গুৰুক সন্মানেৰে গ্ৰহণ কৰিব নোৱাৰিলে কোনো ছাত্ৰই জ্ঞান আৰ্জিব নোৱাৰে, সি যিমান মেধাবীয়েই নহওক। সেই গুৰুকুলৰ সন্মান ৰক্ষা কৰাও মোৰ কৰ্তব্য।

ধূলিৰ লগত মোৰ বিয়া হলে সেই বিয়া ঘৰৰপৰা নহয়। তাৰ কাৰণ খুলি নকলেও হব। এখন সমাজৰ নিয়ম-শৃঙ্খলা মানি চলা ককাইদেউ-দদাইদেউহঁতে কেতিয়াও সন্মতি নিদিয়ে। গজেনেও যে তাৰ ঘৰৰপৰা ছোৱালী উলিয়াই দিব সন্দেহ। সি সমাজত বহু কষ্ট কৰি ঠাই লৈছে, সি জাতত উঠিছে ; তাক হেৰুৱাবলৈ সি প্ৰস্তুত নহয়। তেতিয়াহলে আমাৰ বিয়া হব লাগিব দুয়োখন ঘৰৰ বাহিৰত। সেই বিয়া হব অনুষ্টুপীয়া, নিতান্ত সাধাৰণ, কাৰণ মই খৰচ যোগাব নোৱাৰোঁ। কিন্তু এজন শিক্ষক হৈ এইদৰে অসামাজিক-ভাৱে যদি বিয়া পাতোঁ তেন্তে মানুহে কি বুলিব? মোৰ ছাত্ৰসকলেইবা কি ভাবিব? প্ৰেমিকাৰ মোহ-পাশত আবদ্ধ লম্পট বুলি যদি ভাবে? শিক্ষক সমাজত ইমানটো অপবাদ মই কেনেকৈ আনি দিম?

এইবোৰ কথা মই ভাবিব লাগিব। এইবোৰ কথাকে মই ভাবিছিলোঁ। ধূলিক একো সমিধান দিব পৰা নাই।



## প্ৰভাৰ কথা

[ ১ ]

ধূলি মোৰ গাৰ মঙহত এডাল উঘালিব নোৱাৰা কাঁইট হৈ থাকিব বুলি জনা নাছিলোঁ, এইদৰে কলে আসৈ মতা হব। তাই মোৰ বৈবাহিক জীৱনত চিৰদিনলৈ বিপৰ্যয়ৰ সৃষ্টি কৰি থাকিব বুলি মই অনুভৱ কৰিছিলোঁ ; আনহাতে বৈবাহিক জীৱনেই তিৰোতাৰ আচল জীৱন।

মানুহ স্বভাৱতে ভাল কিন্তু দুৰ্বল। মানুহৰ সহজাত বুদ্ধি আছে, কিন্তু স্বাৰ্থপৰতাৰ কাৰণে সৎ আৰু শুদ্ধ পথ গ্ৰহণ কৰিব নোৱাৰে। মই দুৰ্বল, মই স্বাৰ্থপৰ। সেইবাবে জানি-শুনিও মই বৰ ভুল কৰিছিলোঁ।

মোৰ বিয়াখন ভালেখিনি মোৰ ওপৰতে নিৰ্ভৰ কৰিছিল। দেউতাহঁতৰ অনুমোদন আছিল। কিন্তু মই যদি অমান্তি হলোঁহেতেন তেন্তে তেখেতসকলে জোৰ নকৰিলেহেতেন। কাৰণ আমাৰ ঘৰখন এটা বুনিয়াদী সম্ভ্ৰান্ত বংশৰ ; কিন্তু কালচক্ৰই ঘূৰাই-পকাই নি আমাৰ অৱস্থাৰ সীমা নোহোৱা কৰিছিল। দেউতাই সামান্য আমোলাৰ চাকৰি কৰি আমাক পেটে-ভাতে খুৱাইছিল ; উৱলি যোৱা প্ৰাচীন ঘৰটো মেৰামতি কৰি লব পৰা নাছিল। গতিকে মোৰ বিয়াৰ যোগেদি পাৰিলে নিজৰ অৱস্থা উন্নত কৰি লবলৈ দেউতাই ইচ্ছা কৰিছিল। অথচ প্ৰাচীন সম্ভ্ৰান্ততাও এৰিব পৰা নাছিল। সেইবাবে শইকীয়াৰ লগত মোৰ বিয়া হলেও আপত্তি নকৰিলেহেতেন আৰু মই না কৰা হলেও সকাহ পালেহেতেন।

মোৰ নিজৰ ফালৰপৰা কিন্তু তেনেকুৱা সংস্কাৰ একো নাছিল। মই এই যুগৰ বা-বতাহত উঠা ছোৱালী। প্ৰাচীনতাই বিনা কাৰণত মোক আকৰ্ষণ কৰিব নোৱাৰে, বিশেষকৈ যদি তাৰপৰা একো লাভ নহয়।

[ ২ ]

শইকীয়াৰ প্ৰতি মোৰ দুৰ্বলতা আছিলনে ?

সঠিককৈ কব নোৱাৰোঁ। হয়তো আছিল, কিন্তু ঠিক শইকীয়াৰ প্ৰতি নহয় বা কেৱল শইকীয়াৰ প্ৰতি নহয়। আন কিহবাৰ প্ৰতিহে মোৰ দুৰ্বলতা উপজিছিল। সেই কাৰণেই, মা-দেউতাৰ প্ৰচ্ছন্ন সমৰ্থনত, মই এদিন তেওঁৰ ওচৰত আত্ম-সমৰ্পণ কৰিছিলোঁ। তাকো ধূলিৰ কথা জানিও। সেইটোহে আজি ডাঙৰ কথা হৈ উঠিছে।

আমি সাধাৰণ মানুহ হৈ পৰিছিলোঁ। সম্পত্তি বা প্ৰতিপত্তিৰ পিনৰপৰাও, মানুহ হিচাপেও। ঐতিহ্য এটাৰ স্মৃতি আৰু মিছা ভেমকণৰ বাহিৰে আমাৰ একো নাছিল। আমাৰ ঘৰখন আছিল পুৰণি ক্ষয়িষ্ণু সমাজৰ অৱশেষ। আমাৰ চকুৰ আগতে অতি সাধাৰণ মানুহে উন্নতি কৰি নতুন অভিজাত শ্ৰেণীৰ সৃষ্টি কৰিছিল। এয়ে আজিৰ যুগৰ ধাৰা। আমি আছিলোঁ ডাঙৰীয়া বোলাই খাব খোজা মানুহ। বণিক সভ্যতাক আমি স্বীকৃতি দিব খোজা নাছিলোঁ। সেইবাবে আমাৰ ঘৰৰ লগুৱাৰ শাৰীৰ মানুহে আমাতকৈ বহুত বেছি সুখত থকা দেখি আমি তাৰ কাৰণ বিচাৰি পোৱা নাছিলোঁ। আমি মাত্ৰ পুৰণি ভেম আৰু ঐতিহ্য ভঙাই খাব খুজিছিলোঁ। কিন্তু আজি সেইবোৰ অচল হৈ গৈছে।

অৱশ্যে সম্পূৰ্ণ অচল হৈ যোৱা নাছিল। ন-ধনীয়ে সমাজত ঠাই বিচাৰি আমাৰ ওচৰ চাপিছিল। আমাৰ লগত বৈবাহিক সম্বন্ধ স্থাপন কৰিব খুজিছিল। আমিও তাৰ সুযোগ নোলোৱাকৈ থকা নাছিলোঁ। মোৰ সম্বন্ধীয়া পেহীদেউ এজনীক চাহ খেতিয়ক এজনলৈ বিয়া দিছিল, দবাৰ বাপেকে হেনো ইংৰাজ চাহ খেতিয়কৰ তলত বনুৱাৰ



চৰ্দাৰ হৈ সোমাইছিল ; পিছত মহৰী হৈছিল আৰু শেহত নিজেই বাগিচা খুলিলেগৈ। মোৰ বেলিকাও সেয়ে হ'ল, শইকীয়া এই যুগৰ প্ৰতিনিধি। এই যুগৰ উপযোগী সকলোখিনি গুণ লৈ তেওঁ ফাৰ্নিচাৰ বেচাৰ ছলেৰে আমাৰ ঘৰত সোমাইছিল। তেওঁ মোক লৈহে তাৰপৰা ওলাই আহিল। ভেম আৰু ঐতিহ্যৰ ছাইসোপাৰ মাজত ফিৰিঙতি এটাৰমান হৈ আমি তেতিয়া কোনোমতে জীয়াই আছিলোঁ। নতুন যুগৰ সৈতে মকামিলা কৰিবলৈ আমি প্ৰস্তুত হৈ আছিলোঁ। শইকীয়াই আগবঢ়াই দিয়া হাতখনত ধৰিবলৈ আমাৰ আপত্তি উঠাৰ কোনো কাৰণ নাছিল।

শইকীয়াৰ আগ্ৰহৰ আতিশয্যটোও কম কথা নহয়। তেওঁৰ গুৰি-গোষ্ঠী সাধাৰণ। আমাৰ লগত সম্বন্ধ পাতিব খোজাটো তেওঁৰ পক্ষে স্বাভাৱিক। কিন্তু কি অসীম ধৈৰ্য তেওঁৰ, কি আপ্ৰাণ চেষ্টা ঃ বোধকৰোঁ এই অসীম ধৈৰ্যও এই যুগৰ এটা বৈশিষ্ট্য। মোৰ প্ৰতি তেওঁৰ এই আগ্ৰহত মই এজনী ছোৱালী হিচাপে নিশ্চয় আনন্দ পাইছিলোঁ। গৰ্বও অনুভৱ কৰিছিলোঁ। বোধকৰোঁ পৃথিৱীৰ সকলো ছোৱালীয়েই মোৰ নিচিনাকৈ এইদৰে আনৰ আদৰ লৈ গৰ্ব অনুভৱ কৰে। মই সজাগ হৈ আছিলোঁ যে শইকীয়াই কেৱল মোৰ কাৰণেই আমাৰ ঘৰলৈ ইমানকৈ অহা-যোৱা কৰিছিল। মোৰ লগত কথা পাতিবলৈ তেওঁ ছল বিচাৰি ফুৰিছিল, কিন্তু দেখুৱাইছিল যেন গোটেই ঘৰখনৰ লগতে তেওঁৰ হৃদ্যতা। গৈয়েই মোক বিচাৰি নেদেখুৱাইছিল, মাৰ লগত বা দেউতাৰ লগত কথা-বতৰা হৈ আনবিলাকৰ খবৰ লোৱাৰ ছলতে মাত্ৰ কৈছিল, "প্ৰভা ক'ত, প্ৰভা ? আজি দেখোন দেখাই নাই ?" তেতিয়া মই লুকাই থকাৰপৰা হাঁহি হাঁহি ওলাই আহিম। মোৰ অনুমান হৈছিল শইকীয়া মোৰ প্ৰেমত পৰিছিল ; অন্ততঃ ঘৰত সকলোৰে সেইটোৰেই ধাৰণা আছিল। তেওঁক প্ৰথমে আমাৰ ঘৰলৈ অনা ককাইদেৱেতো ( কটকী ) তেওঁৰ লগত জোকাই

জোকাই মোক উৎসাহেই দিছিল। পিছলৈ মা-দেউতায়ো কথাই-কামে উৎসাহ দিবলৈ ধৰিলে। কিন্তু মই নিজে তেওঁৰ প্ৰেমত পৰিছিলোঁ বুলি কব নোৱাৰোঁ ; তেতিয়াও কব পৰা নাছিলোঁ, এতিয়াও। তেওঁক আমি সকলোৱে আপোন বুলি গ্ৰহণ কৰিছিলোঁ আৰু মোৰ তেওঁক ভাল লাগি আহিছিল। কিন্তু যিহক প্ৰেম বোলে, মোৰ তেনে হোৱা নাছিল।

তথাপি তেওঁক এদিন মই স্বামীৰূপে গ্ৰহণ কৰিলোঁ। তেতিয়া ভাবিছিলোঁ, আমাৰ দেশৰ কেইজনী ছোৱালীৰনো প্ৰেমেৰে বিয়া হয় ? সৰহভাগেই প্ৰেম বিচাৰি লয় বিয়াৰ পিছত। ময়ো তাকেই কৰিম। আনহাতে মোৰ প্ৰেম নেথাকিলেও, শইকীয়াৰতো প্ৰেম আছিল, গতিকে মই সহযোগিতা কৰিলে আমাৰ বিয়াখন সফল নোহোৱাকৈ নেথাকে। কিন্তু আটাইতকৈ ডাঙৰ কথা, শইকীয়া এটা অৱলম্বন আছিল। অৱলম্বন অকল মোৰ কাৰণেই নহয়, ঘৰখনৰ সকলোৰে কাৰণে। মান-সন্মান থকা দুখীয়াৰ ঘৰৰ ছোৱালী এজনীৰ গতি লাগিব। এইটো কম ডাঙৰ কথা নহয়। লগতে এইখন বিয়াৰ যোগেদি উৰলি যোৱা গোটেই পৰিয়ালটো আকৌ ঠন ধৰি উঠিব পাৰিব, ইয়াকে লকলোৱে আশা কৰিছিল। সেইটো পিছত হৈছিলেও। শইকীয়াই আমাৰ ঘৰখনক নানান ধৰণে সহায় কৰি তাৰ মুখ পোহৰাই তুলিছিল। এইবোৰ আশা আনবিলাকৰ লগতে ময়ো কৰিছিলোঁ। তদুপৰি মই ব্যক্তিগতভাৱে নিজৰ জীৱনটো সুখ-সম্পদৰ মাজেদি কটাবলৈকো আশা কৰিছিলোঁ। দাৰিদ্ৰ্যৰ তাড়নাত জীৱন অতিষ্ঠ হৈ উঠিছিল ; কেতিয়াবা আমাৰ ভাতমুঠিৰো টনাটনি হৈছিল। দেউতাৰ মুখলৈ চাবলৈ বেয়া লাগে ; তেখেতৰ কোনো উপায় নাছিল। সামান্য চাকৰি কৰিছিল ; তাৰ বেছি কৰিব পৰা যোগ্যতাও নাছিল, মানসিক প্ৰস্তুতিও নাছিল। অভাৱ কি আমি ল'ৰা-ছোৱালীবিলাকে ভালকৈয়ে জানিছিলোঁ। কিন্তু বাহিৰৰ জগৎখনত সম্পদ আৰু



স্বাচ্ছন্দ্যও আমি চকুৰ আগতে দেখিবলৈ পাইছিলোঁ। আনৰ ল'ৰা-ছোৱালীয়ে ভালকৈ খাই-লৈ মুকলি মনেৰে থকা দেখি আমাৰ অন্তৰ দেই-পুৰি গৈছিল ! আমাৰ কোমল হিয়াবোৰত ক্ষোভ হৈছিল আমিনো কি অপৰাধ কৰিছিলোঁ যে আমি তেনেকৈ খাব-লব নোৱাৰোঁ ? লোভৰ জগতত এই ক্ষোভ আপোনা-আপুনি মাৰ যোৱা টান ; যজ্ঞৰ অগ্নিৰ দৰে ইয়াক আহুতিৰ আৱশ্যক হৈছিল। গতিকে শইকীয়াক গ্ৰহণ কৰাত মোৰ নিজৰ ফালৰপৰাও আৱশ্যক আছিল, নিজক প্ৰতিষ্ঠা কৰাৰ আৱশ্যক। এইখন বিয়া আছিল প্ৰতিষ্ঠাৰ বিয়া। শইকীয়াই আমাৰ ঘৰত বিয়া পাতিব খুজিছিল সমাজত প্ৰতিষ্ঠা লভিবৰ কাৰণে ; আমিও এই বিয়াত সন্মতি দিছিলোঁ সমাজত প্ৰতিষ্ঠিত হবৰ কাৰণেই।

এইবিলাক যুক্তিৰ সন্মুখত ধূলিৰ অস্তিত্বক আমি উলাই কৰিছিলোঁ। ধূলিৰ উপস্থিতি এনেয়েই ধুঁৱলী-কুঁৱলী আছিল। তাইৰ কথা আনকি মোৰ বিয়াৰ কথা মনলৈ অহাৰ আগলৈকে আমি শুনাই নাছিলোঁ। বিয়াৰ নিচিনা নিবিড় সম্পৰ্ক এটা ঘটাৰ সম্ভাৱনা হে অহাত স্বাভাৱিকতে আলেঙে আলেঙে শইকীয়াৰ ঘৰৰ বিষয়ে আমাৰ ঘৰৰপৰা খবৰ লৈছিল। ধূলি নামৰ সৰু ছোৱালী এজনীৰ ব্যাখ্যাহীন উপস্থিতিৰ কথা তেতিয়াহে ওলাই পৰিছিল। আমি মনে মনে অলপ শঙ্কিত হৈছিলোঁ কিন্তু তাক প্ৰশ্ৰয় দিব খোজা নাছিলোঁ। কাৰণ ধূলিৰ মাক জীৱাই থকা নাছিল ; প্ৰতিদ্বন্দ্বিতা কৰিবলৈ তিৰোতা এজনী নাই যেতিয়া তিমান ভাবিবলগীয়া নাই, এয়ে আমাৰ সিদ্ধান্ত আছিল। ধূলি নিশ্চয় এটা কেলেঙ্কাৰীৰ প্ৰতীক আছিল। কিন্তু সেই বুলিয়েই সুবিধাটো এৰি দিলে আজিৰ জগতত নচলে। বিশেষকৈ মোৰ বৈবাহিক জীৱনত ধূলিৰ মাকে কেতিয়াও বিপৰ্যয়ৰ সৃষ্টি কৰিবলৈ আহিব নোৱাৰে যেতিয়া ভাবিবৰ কি আছে ?

[ ৩ ]

কিন্তু আমাৰ ধাৰণা ভুল আছিল।

বিপৰ্যয়ৰ সৃষ্টি হ'ল ধূলিৰ মাকৰ কাৰণে নহয়, ধূলিৰ কাৰণেই। ধূলিৰ উপস্থিতিৰ বিষয়ে আজিলৈকে সমাজত কোনেও আমাক প্ৰশ্ন কৰা নাই। তথাপি তাইৰ কাৰণেই আমাৰ জীৱনলৈ বিপদৰ আন্ধাৰ নামি আহিল।

মোৰ বিবাহিত জীৱন ব্যৰ্থ হৈছে বুলি কলে ডাঙৰ ভুল কথা কোৱা হব। বৰং মই কল্পনা কৰা মতেই জীৱনটো পৰিপূৰ্ণ হৈ উঠিল। মোৰ প্ৰতি শইকীয়াৰ ঐকান্তিকতাৰ মাজত সন্দেহ কৰিবলগীয়া একো দেখা নেপালোঁ। ল'ৰা-ছোৱালীৰ প্ৰতিও তেওঁ অত্যন্ত স্নেহশীল ; সিহঁতে যাতে একোতেই অভাৱ বোধ নকৰে তালৈ তেওঁৰ সততে চকু ; মোকো আভৰণ-প্ৰসাধনেৰে বুৰাই পেলাইছিল। তেওঁৰ সহায়তে আমাৰ ঘৰখনেও বিভিন্ন ধৰণে ধন আৰ্জন কৰি নিজৰ মুখ উজলাইছিল। এটা বেলেগ ঘৰত, বেলেগ পৰিবেশত, শোৱাপাটীত, মুঠতে মই তেওঁৰ মাজত এজন বেলেগ মানুহক আবিষ্কাৰ কৰিছিলোঁ। কিন্তু তেওঁৰ সেই আগ্ৰহ কমি যোৱা দেখা নাছিলোঁ ; সেইটোহে ডাঙৰ কথা। ছোৱালী গুচি তিৰোতা হৈ মযো হয়তো তেওঁৰ চকুত বেলেগ হৈ পৰিছিলোঁ ; কিন্তু মোক তেওঁ তাৰ বাবে আঁতৰাই দিয়া নাছিল।

আজি মই তেওঁৰ অবিহনে মোৰ অস্তিত্বৰ কথাই ভাবিব নোৱাৰোঁ। আজি মই তেওঁৰ জীৱনৰ লগত স্বেচ্ছাই বেয়াকৈ সাঙোৰ খাই পৰিছোঁ। ইয়াৰপৰা ওলাই যোৱাৰ মোৰ উপায় নাই। ওলাই যাবও মই নোখোজোঁ ; মোৰ ল'ৰা-ছোৱালীবোৰ মোৰ কাৰণে যেনেকুৱা, তেৱোঁ মোৰ কাৰণে তেনেকুৱা। মই জীৱনত প্ৰেম বিচাৰি পালোঁ নে নাই আজিও কব নোৱাৰোঁ। মোৰ সংসাৰখনৰ প্ৰতি থকা মোহ আৰু আকৰ্ষণকে যদি প্ৰেম বুলিব পাৰি তেন্তে তাতেই মই সন্তুষ্ট ; যদি নোৱাৰি তেনেহলেও মোৰ ওজৰ-আপত্তি একো নাই। কিন্তু যেতিয়া আবিষ্কাৰ কৰিলোঁ যে শইকীয়াৰ অন্তৰতো প্ৰেম নাছিল, প্ৰেম নাই, প্ৰেম ওপজাৰ সম্ভাৱনাও নাই, তেতিয়াহে গোটেই কথাখিনি নতুন দৃষ্টিৰে চাবলৈ মই চেষ্টা কৰিলোঁ। এইটো হ'ল ধূলি গাঁৱৰপৰা অহাৰ ঠিক লগে লগেই। অৱশ্যে ধূলিৰ উপস্থিতিয়েই মোৰ চকু খুলি দিলে বুলি কলে ভুল হব। দুয়োটা একেলগে হোৱাটো আকস্মিকহে।

হৰনাথ শৰ্মাৰ ছোৱালীয়েই মোৰ চকু মুকলি কৰি দিলে। তেওঁৰ কথা মই বিশ্বাস কৰিব নোৱাৰিলোঁ। অফিচাৰ দুজনক সন্তুষ্ট কৰিবলৈ হলে তেৱোঁ কামিনীৰ ঘৰত কিয় উপস্থিত থাকিব লাগে ? তেখেতসকলৰ ওঁঠ চেপিলে পিয়াহ নোলায় যে হাতত ধৰি কামিনীৰ ওচৰত বহুৱাই থৈ আহিবগৈ লাগে আৰু কথা পাতিবলৈ শিকাই দিব লাগে। তৰ্কৰ খাতিৰত বাৰু মানি ললোঁ যে অফিচাৰ দুজনে তেওঁৰ টকাৰ সহায় লোৱাৰ উপৰি তেওঁৰ সঙ্গৰো সহায় লয়। কিন্তু প্ৰথম অৱস্থাত তাৰ আৱশ্যক আছিল যদিও চিৰদিনলৈ তেওঁ কিয় লগত গৈ থাকিব লাগে ? তদুপৰি তেওঁ কেতিয়াবা কামিনীৰ ওচৰলৈ অকলেই যায় কিয় ? সন্দেহ হববেপৰা মই মানুহ লগাই খবৰ লৈছোঁ। সকুৰেপৰা ভাল বুলি ভাবি অহা ককাইদেউজনৰ দৰেই তেওঁ কামিনীৰ মোহপাশত সমানেই আবদ্ধ। তেওঁ নিজৰ কাৰণেই কামিনীৰ হৈ পইচা খৰচ কৰে, উপহাৰ দিয়ে, ধন দিয়ে— মনো দিছে। এইকথা উপলব্ধি হববেপৰা প্ৰথম মোৰ অনুমান হ'ল যে তেওঁৰ মদ খোৱাটোও স্বাস্থ্যৰক্ষাৰ এটা অজুহাত মাত্ৰ। অকল মদ খোৱাটো কিয়, আমাৰ বৈবাহিক জীৱনটোৱেই এটা অজুহাত মাত্ৰ ; সি এটা ভ্ৰান্তিৰ ওপৰত প্ৰতিষ্ঠিত।

এইখিনিতে ধূলিৰ কথা আহি পৰে।

তাইৰ প্ৰতি মোৰ কোনো কুযাৰি ভাব নাই। গাঁৱৰপৰা গুচি

আহিবলগা হোৱাত তাইক আমাৰ ঘৰত আশ্ৰয় দিবলৈ মই অকণো বেয়া পোৱা নাছিলোঁ। অৰশ্যে অনভ্যাস হেতু আৰু তাইৰ চিন্তাক স্বাভাৱিকতে যিমান পাৰোঁ দূৰত ৰখা হেতু প্ৰথমে তাইৰ লগত মোৰ ব্যৱহাৰ সহজ হোৱা নাছিল। কিন্তু মই নিজকে সংযত কৰি লৈ অতি কম দিনৰ ভিতৰতে তাইৰ লগত খাপ খুৱাই লৈছিলোঁ। তাইৰ মাক মৰিছে যেতিয়া তাইৰপৰা মোৰ বিপদ হোৱাৰ কোনো সম্ভাৱনা নাছিল। তাইক লৈ শইকীয়াই যি কৰে কৰিব, দায়িত্ব যেতিয়া গ্ৰহণ কৰিছেই। আমাৰ ঘৰত উপস্থিত হলে তাইক ঠাই দিবলৈ মই প্ৰস্তুত হৈ আছিলোঁ; ললিতাহঁতৰ লগত নাহি গাঁৱতে থাকি অহাত অৰশ্যে মনে মনে সকাহ পাইছিলোঁ। যেতিয়া তাই চিৰদিনলৈ আমাৰ মাজলৈ আহিল তেতিয়া মই তাইক স্বীকাৰ কৰি ললোঁ। বিশেষকৈ তাই নিতান্ত সৰল আৰু নিৰ্জু ছোৱালী হোৱাত মোৰ অসুবিধা একো নহ'ল। ললিতালৈকে কেতিয়াবা মোৰ ভয় লাগে; প্ৰচুৰ প্ৰসাধন-আভৰণ ব্যৱহাৰ কৰকেই বাৰু, কিন্তু ডেকা ল'ৰাবোৰৰ লগত যি ধৰণে হাঁহি-খিকিন্দালি কৰি থাকে কিবা বদ্‌নাম হয় বুলিয়েই মোৰ বুকু কঁপি থাকে। কিন্তু ধূলিৰপৰা তেনে কোনো শঙ্কা মোৰ নাছিল।

কিন্তু তায়েই যে শইকীয়াৰ জীৱন পদ্ধতিৰ প্ৰতীক! তেওঁ জীৱনটোক যেনে ধৰণে গ্ৰহণ কৰিছে তাৰ উৎকৃষ্ট উদাহৰণ ধূলি। ধূলি তেওঁৰ অবৈধ সন্তান, তেওঁৰ উশৃঙ্খলতাৰ জ্বলন্ত নিদৰ্শন। সেই ধূলিকে তেৱোঁ অকাতৰে ঘৰত ঠাই দিছে, আনকি তাৰ কাৰণে তেওঁৰ অকণো লজ্জাবোধ নাই: মোক বিয়া কৰাবৰ সময়ত কৈছিল ধূলি থকা কাৰণে মোৰ কিবা আপত্তি আছে নেকি? তেওঁ জানিছিল মোৰ আপত্তি থাকিব নোৱাৰে, কাৰণ ময়ো তেতিয়া নিজক প্ৰতিষ্ঠা কৰিবলৈহে উঠি-পৰি লাগিছিলোঁ, তেওঁৰ দোষ-ত্ৰুটিৰ প্ৰতি মোৰ চকু নাছিল।

ধূলিক গ্ৰহণ কৰাৰ দৰে তেওঁ জীৱনৰ সকলো ক্ষেত্ৰতে অবৈধতাকে আশ্ৰয় কৰিছিল। তেওঁৰ ব্যৱসায়ৰ কিমানখিনি নিয়মৰ



মাজেদি চলে মোৰ আৰু বুজিবলৈ বাকী নাই; অন্যায় আৰু দুৰ্নীতিৰ ওপৰতে তেওঁৰ ইমানটো ডাঙৰ ব্যৱসায়—গতিকে কৃতকাৰ্য জীৱনটোকো তাৰেই সুপ্ৰতিষ্ঠিত কৰিছে। মোকো লাভ কৰিবলৈ বিচাৰিছিল প্ৰেমৰ কাৰণে নহয়, নিজক প্ৰতিষ্ঠা কৰিবৰ কাৰণেহে, সমাজত উঠিবৰ কাৰণে; আৰু তাৰ কাৰণে আমাৰ ঘৰখনক তেওঁ ভেটী খুৱাইছিল। মোৰ ফালৰপৰা প্ৰেম নাছিল ঠিক; কিন্তু তেওঁৰ ফালৰপৰা প্ৰেম আছিল বুলি মই ভুল কৰিছিলোঁ।

প্ৰেম আৰু বিয়াই মানুহৰ স্বভাৱৰ ঢাকনি উদঙাই দিয়ে। মানুহে যুগ যুগ ধৰি অন্যায়-অধৰম কৰি যাব; সমাজ বিপ্লৱৰ বাহিৰত সেইবোৰ ধৰা পৰে প্ৰেম আৰু বিয়াৰ ক্ষেত্ৰতহে। শইকীয়াই আজি হয়তো প্ৰকৃত প্ৰেম বিচাৰি পাইছে; হওক কামিনী বেয়া ছোৱালী। হয়তো কেতিয়াবা তেওঁৰ এই প্ৰেম নোহোৱা হৈ যাব। তথাপি এতিয়া মই তেওঁৰ প্ৰেমৰ মাজতে তেওঁৰ স্বৰূপ দেখিবলৈ পাইছোঁ। পীৰিতিৰ চোক বুজা গাঁৱৰ ডেকাহঁতেও অজাতিকুলৰ হুলত খোচ খায়: সমাজৰ দহজনে এনেয়ে মিলেৰে থাকে, কিন্তু বিয়া এখন পাতিবৰ বেলিকা জাত-কুলৰ কথা ওলায়, ঘৰ-বংশৰ বিচাৰ হয়। আমাৰ বিয়াখনত মোৰো মনোভাৱ, মনোবৃত্তি ওলাই পৰিছিল; সুখ-স্বাচ্ছন্দ্যৰ মোহত, সম্ভোগৰ লোভত মই ঐতিহ্যপূৰ্ণ বংশৰ জীয়ৰা হৈও ঐতিহ্যবিহীন এজনক হেলাৰঙে গ্ৰহণ কৰিছিলোঁ।

ধূলিক দেখিলে সকলোৰেই সহানুভূতি হোৱা উচিত। কাৰণ নিজৰ দুৰ্ভাগ্যৰ কাৰণে তাই দায়ী নহয়। মোৰো তাইলৈ পুতৌ ওপজে। কিন্তু তায়েই যে মোক মোৰ জীৱনৰ ভুলটোৰ কথা সোঁৱৰাই দিয়ে, সেইবাবে কেতিয়াবা নিজৰ ওপৰতে খং উঠে আৰু তেতিয়া তাইলৈ সহানুভূতি অনুভৱ নকৰা হওঁ। অথচ তায়েইবা কি কৰিব? আমি সকলোটি কিছুমান ভুলৰ বলি, কিছুমান নিজে কৰা ভুলৰ আৰু কিছুমান আনে কৰা ভুলৰ।

## ধূলিৰ কথা

[ ১ ]

—মোৰ জীৱনৰ প্ৰথম প্ৰেম-পত্ৰ !

অথচ প্ৰেম-পত্ৰ ৰূপে তেখেতে (চাৰে) এইখন লিখা নাই। ইয়াত কোমল কোমল কথাও নাই, অৰ্থহীন ভাবৰ উচ্ছ্বাসো নাই, সাধাৰণতে প্ৰেম-পত্ৰত যেনেকৈ থাকে। তথাপি এইখন মোৰ কাৰণে প্ৰেমপত্ৰ, মোৰ প্ৰথম প্ৰেম-পত্ৰ।

"কল্যাণীয়া,

তোমাৰ কথাৰ আৰু তোমাৰ চিঠিৰ উত্তৰ মই দিব পৰা নাই। তুমি দ্বিতীয়বাৰ চিঠি লিখি মোক অপাৰগ অৱস্থাত অযথা চিন্তিত নহবলৈ কোৱাৰ পিছতো। নিশ্চয় বুজিব পাৰিছা যে মই এই-কেদিন খুব চিন্তা কৰিছোঁ। চিন্তা নকৰাকৈ মই থাকিব পৰা নাই। তাৰ কাৰণ—তুমি উদ্ধাৰ পাবলৈ কৰা ইচ্ছাই মোৰ মৰ্ম স্পৰ্শ কৰিছে; আৰু মোৰ ওপৰত তোমাৰ অগাধ আস্থাই মোৰ মনত গভীৰ দায়িত্ববোধ জগাই তুলিছে।

তোমাক জনা সকলো মানুহেই নিশ্চয় তোমাৰ অৱস্থাৰ কথা ভাবে। কিন্তু তোমাৰ ভৱিষ্যতৰ বিষয়ে কোনেও মূৰ নঘমায়; কাৰণ, দায়িত্ব কোনেও লব নোখোজে। ক্ষমা কৰিবা, ইয়াৰ আগলৈকে সেই দলৰ ভিতৰত ময়ো আছিলোঁ। বিশ্বাস কৰিবা নে নকৰা কব নোৱাৰোঁ, তোমাৰ প্ৰতি মোৰ ব্যক্তিগতভাৱে গভীৰ সহানুভূতি আৰু স্নেহ আগৰেপৰা আছে। কিন্তু তাতকৈ বেছি



মই একো চিন্তা কৰা নাছিলোঁ। এতিয়া কৰিছোঁ আৰু গভীৰভাৱেই কৰিছোঁ। মানুহে স্বেচ্ছাই সমস্যাৰ মাজত সোমাই পৰিব নোখোজে, সহজটোকেই সাধাৰণতে মানুহে বিচাৰে। মানুহ হিচাপে, সমাজৰ এজন হিচাপে যে তোমাৰ সমস্যাত মই সোমাই পৰিব লাগে সেইটো মই ইয়াৰ আগতে কেতিয়াও ভবাই নাছিলোঁ। সকলোৱে দৰে ময়ো নলগা জেঙত লাগিব খোজা নাছিলোঁ। কিন্তু এতিয়া ভাবি পাইছোঁ যে জেং আঁতৰাই জীৱনক সুন্দৰ আৰু নিষ্কণ্টক কৰিবলৈ হলে খোচ আৰু আঁচোৰ খাবলৈও প্ৰস্তুত থাকিব লাগিব। মই প্ৰস্তুত।

তাৰ আগতে মোৰ কিছুমান কাম কৰিবলগীয়া আছে। মোৰ এখন ঘৰ আছে, এক লেখীয়া অভিভাৱকো আছে। মই তেওঁলোকৰ সন্মতি লব লাগিব, অন্ততঃ খুজিব লাগিব। তেওঁলোকে সন্মতি নিদিয়ে, তাৰ কাৰণ কি তোমাক নিশ্চয় নকলেও হব। তেতিয়াহলে আমি অলপ অসামাজিকভাৱে বিয়া পাতিব লাগিব, মানে আপোনজনৰপৰা আঁতৰত সাধাৰণভাৱে, অনুষ্ঠানীয়াকৈ কামটো কৰিব লাগিব। তোমালোকৰ ঘৰৰপৰাও সামাজিকতা ৰক্ষা কৰিব বুলি মোৰ ধাৰণা নহয়ঃ মূৰ সুমুৱাই লোৱা সমাজৰপৰা এৰা পৰাৰ বিপদ গজেনে চপাই লব নোৱাৰে। বিয়াখন এইদৰে অসামাজিক হলে এখন স্কুলৰ এজন শিক্ষক হিচাপে মোৰ গাত চেকা পৰিব পাৰে। স্কুলখনক আমি সকলোৱে পৱিত্ৰভাৱে গ্ৰহণ কৰা উচিত। ছাত্ৰসকলে মোক মানি চলে, সন্মান-শ্ৰদ্ধা কৰে। গতিকে স্কুলখনলৈ মই কলঙ্ক এটা আনি দিব নোৱাৰোঁ। শিক্ষক শ্ৰেণীটোৰ গাতো ইয়াৰপৰা চেকা পৰিব পাৰে। ইয়াৰ সমাধান মাত্ৰ মই এটাই বিচাৰি পালোঁঃ মই ওপৰ শ্ৰেণীৰ, দায়িত্ববোধসম্পন্ন ছাত্ৰকেইজন-মানক মোৰ বহালৈ মাতি আনি গোটেই কথাটো ভাঙি কলোঁ। তেওঁলোকক জনালোঁ যে এই বিয়া মই নকৰালেই নহয় আৰু ঘৰৰ

বাহিৰতেই কৰাব লাগিব। এনে কৰিলে কিবা বেয়া হব বুলি তেওঁলোকে ভাবেনে? স্কুলৰ বদ্‌নাম হবনে? ল'ৰাবিলাকে মোক সমালোচনা কৰিবনে? ছাত্ৰকেজনে একে-আষাৰেই, পৰস্পৰৰ ভিতৰত আলোচনা নকৰাকৈয়ে কলে, "কেতিয়াও বেয়া নহয় চাৰ, এইটোক কোনেও বেয়া বুলিব নোৱাৰে, কাৰণ এইটো ন্যায়ৰ কাম—কোনোবাই ভুল বুজিলেও আমি শুধৰাই দিব পাৰিম। আপুনি আগবাঢ়ক, আমি আছোঁ, আপোনাৰ ঘৰ ভৰি পৰিব।" এই এমুঠি সৎ ছাত্ৰৰ কথাত মই যেন এশ হাতীৰ বল পালোঁ, যেন গোটেই সমাজৰ সমৰ্থন লাভ কৰিলোঁ। অন্তৰঙ্গ বন্ধু শিক্ষক কেইজনমানক আগতেই কৈছোঁ; তেওঁলোকে উৎসাহ দিছে, সহায় কৰিবলৈ ওলাইছে, মোৰ বহালৈ অহা-যোৱা কৰিছে।

মই এজন সাধাৰণ মানুহ। মোৰপৰা ডাঙৰ কাম একো হব নোৱাৰে। তথাপি এই কামটো মোৰ কাৰণে এটা ডাঙৰ কাম। আগতে খাই-লৈ জীয়াই থকাৰ মই একো সাৰ্থকতা দেখা নাছিলোঁ; সেইবাবে বিয়া-বাৰু কৰাই দহজনৰ দৰে মই দিন-যাপনৰ কথা ভবা নাছিলোঁ। কিন্তু এতিয়া দেখিছোঁ জীয়াই থাকিবলৈ এটা উদ্দেশ্য লাগে। মই উদ্দেশ্য বিচাৰি পাইছোঁ। তোমাক উদ্ধাৰ কৰি মানুহৰ দৰে প্ৰতিষ্ঠা কৰাই মোৰ নিচিনা সৰু মানুহৰ ডাঙৰ কাম।

তুমি নিশ্চিন্তে থাকা আৰু ছুদিনমানলৈ অপেক্ষা কৰা। তোমাৰ কৰিবলগীয়া একো নাই। সকলোখিনি ময়েই কৰিম। তুমি মাত্ৰ এখন আকালো নোহোৱা ভঁৰালো নোহোৱা ঘৰৰ ভাৰ লবলৈ সাজু থাকা। তাৰ কাৰণে তোমাৰ বয়স আৰু অভিজ্ঞতা কম। কিন্তু কান্ধত দায়িত্ব পৰিলেহে মানুহৰ শক্তি ওলাই পৰে; তিৰোতা মানুহৰ ক্ষেত্ৰত এইটো ছুগুণে সত্য। তুমি প্ৰাণ পাবা, প্ৰতিষ্ঠা পাবা, তুমি পূৰ্ণ হবা। ধূলি পৃথিৱীৰপৰা উঠি গৈ পূৰ্ণিমা হব।



দেউতাৰাক মই ছুই-এদিনতে কম। তেওঁ মোৰ বাল্যবন্ধু। মোৰ কথা নিশ্চয় ৰাখিব। নেৰাখিলেও ক্ষতি নাই। আমাক কোনেও বাধা দিব নোৱাৰে।

ইতি।

আশীৰ্বাদক—

সতীশ।

কিমান গভীৰ, কিমান গম্ভীৰ, কিমান চিন্তাপূৰ্ণ! গোটেই দীঘলীয়া চিঠিখনতে মোৰ কল্যাণ কামনা পৰিপূৰ্ণ হৈ আছে। এইখন যদি প্ৰেম-পত্ৰ নহয় তেন্তে প্ৰেম-পত্ৰ কিহক কয়? গোটেইকিটা সমস্যাকে তেখেতে চাৰিওফালৰপৰা চালি-জাৰি চাইছে, অথচ মোক পৰিত্যাগ কৰাৰ কথা এবাৰো ভবা নাই। চিঠিখন ছল চাই ললিতা নথকাত জেপৰপৰা উলিয়াই মোৰ ফালে ঠেলি দিছিল; মই তৎক্ষণাৎ ব্লাউজৰ ভিতৰত ভৰাই থৈছিলোঁ। তেখেতে অনুমোদন জনাই মূৰ ছুপিয়াইছিল। কিন্তু চিঠিখন ফালি পেলাবলৈ বা নষ্ট কৰি পেলাবলৈ কোৱা নাই। তাৰ মানে তেখেতৰ মনত কোনো শঙ্কা নাই, দ্বিধা নাই, লুক-ঢাক নাই। তেখেতে যি কৰিছে সজ্ঞানে-সচিতে কৰিছে, দেখা-শুনাকৈ কৰিছে। নহলে ছাত্ৰকেজনৰ আগত সেইদৰে কথাটো খুলি কব নোৱাৰিলেহেতেন। তেখেতে নিজকে সৰু, সাধাৰণ মানুহ বুলি কৈছে। কিন্তু মোৰ কাৰণে আজি তেখেততকৈ ডাঙৰ মানুহ এই পৃথিৱীত কোনো নাই। তেখেত মহান।

ময়ো তেখেতৰ দৰে এশ হাতীৰ বল অনুভৱ কৰিছোঁ।

[২]

এই বল মই প্ৰথমে ক'ত পালোঁ? নিজক উদ্ধাৰ কৰাৰ কথা মই কেনেকৈ ভাবিলোঁ? এই পথেই বা কেনেকৈ বিচাৰি উলিয়ালোঁ?

অতি সাধাৰণ ঘটনাৰপৰাই এইটো আৰম্ভ হৈছিল। কিন্তু তাক মই সাধাৰণ বুলি ধৰা নাই।

ললিতাৰ সৈতে মোৰ নীৰৱ প্ৰতিদ্বন্দ্বিতা চলিছিল। প্ৰথমে মোৰ ফালৰপৰা কোনো প্ৰতিদ্বন্দ্বিতাৰ ভাব জগা নাছিল। ললিতাইহে মোক সকলো বিষয়তে চেৰ পেলাবলৈ, তলত ৰাখিবলৈ যত্ন কৰিছিল। কিন্তু তাই তেনে নকৰাহলেও হ'লহেতেন। কাৰণ তাইক চেৰ পেলাবলৈ মই কোনোদিনেই চেষ্টা কৰা নাছিলোঁ।

সৰুতে আমি গাঁৱত উঠা ছোৱালী। একে ধৰণৰ অভাৱ-প্ৰভাৱ আমি অনুভৱ কৰিছিলোঁ। একেখন গাঁৱলীয়া ঘৰত আমি আছিলোঁ। একেজনী আইৰ তত্বাৱধানত আমি ডাঙৰ হৈছিলোঁ। একে দুখন স্কুলত আমি বহু বছৰ ধৰি পঢ়িছিলোঁ। তেতিয়া আমি সংসাৰৰ আও-ভাও একো পোৱা নাছিলোঁ। কিন্তু তেতিয়াও ললিতাই মোক মাজে-সময়ে পৰ-ভাব কৰিছিল। মাক-দেউতাকৰ ভয়ত মুখেৰে একো নকৈছিল, কিন্তু স্কুললৈ গলে তাই মোৰ বিষয়ে আন আন ছোৱালীয়ে কৰা বিৰূপ আলোচনাত অংশ গ্ৰহণ কৰিছিল। কেতিয়াবা ঘৰতো হঠাৎ ৰং কৰি মোক বুজিবলৈ দিছিল যে সেই ঘৰত মোৰ অধিকাৰ নাই। যেনে—ঘৰৰ কথাত মই ভাগ ললে তাই কৈ উঠিব, "তই কিয় কবি, তই কিয় কবি?"

মই এনে অৱস্থাত কেতিয়াও প্ৰতিবাদ নকৰিছিলোঁ। মোৰ



জীৱনৰ চৌপাশে ৰহস্যৰ জাল এখন যে আছিল সেইকথা মই সেই বয়সতেই অনুভৱ কৰিছিলোঁ। মই যে আশ্ৰিতা, পৰৰ দয়াৰ পাত্ৰী; এইকথা মোক কোনেও নোকোৱাকৈয়ে নিজে নিজে বুজি পাইছিলোঁ। সেইবাবে সততে মনত শঙ্কাৰ ভাব এটা জাগি থাকিছিল। মোৰ মুখ সহজে মেল নেখাইছিল। শেষত সেইটো মোৰ স্বভাৱতে পৰিণত হৈছিলগৈ; আই আৰু ককাৰ সকলোখিনি স্নেহৰ মই অকলে অধিকাৰী হৈছিলোঁ। গতিকে মোৰ কোনো ক্ষোভ নাছিল। আহিবৰ সময়ত নতুন কাপোৰ-কানি আৰু চেণ্ডেল পিন্ধি ললিতা গৰ্বত ওফন্দি ভুপ্ ভুপাই গুচি আহিছিল; মাক-বাপেকক "যাওঁ" বুলি কৈছিল, কিন্তু মোক মাত লগোৱা নাছিল। তথাপি তাৰ পিছৰপৰা গাঁৱৰ ঘৰখনত সন্তানৰ সকলো মৰম আৰু স্বত্ব লাভ কৰি মই সকলো দুখ-অপমান পাহৰি পেলাইছিলোঁ।

ককা ঢুকুৱাৰ পিছত আইক এৰি যেতিয়া ইয়ালৈ আহোঁ তেতিয়া ললিতাৰ বিৰাট পৰিৱৰ্তন হৈ গৈছে—নৱেনৱো। ওখ-ডাঙৰতো হৈছেই—ময়ো যেনেকৈ হৈছোঁ—যৌৱন-তেজত ফুলিতো উঠিছেই, সাজ-পাৰ, মাত-কথা, আদব-কায়দা সকলোতে এজনী সম্পূৰ্ণ নতুন ললিতা-এজনীক মই লগ পালোঁহি। গাঁৱৰ সকলোখিনি প্ৰাচীনতা আৰু সঙ্কোচ লৈ মই নগৰত উপস্থিত হৈছিলোঁহি। ললিতাই নগৰৰ সকলোখিনি প্ৰগল্‌ভতা, চাকচিক্য আৰু নিৰ্ভীকতা লৈ মোৰ চকুলৈ প্ৰত্যাহ্বানৰ চকুৰে চালে। তাইৰ কাপোৰ-কানিৰ লেখ মই দিছোঁৱেই। দেউতাৰপৰা মোৰ ভাৰ পাই তাই মোক তাইৰ কোঠালৈ প্ৰথমদিনা লৈ গ'ল। তাই এখন হালধীয়া প্ৰিণ্ট কৰা চিল্কৰ শাৰী পিন্ধি আছিল। চকুৰে-মুখে তাচ্ছিল্যৰ হাঁহি বিৰিঙাই তাই সেইদিনাৰপৰাই মোৰ সংস্কাৰ আৰম্ভ কৰি দিলে। তাই এনে ভাব দেখুৱালে যেন মই পৰদেশলৈ আহিলোঁ যেতিয়া মৰভেশ ধৰি হলেও আচহুৱা নিয়ম-কাৰণ মানি চলিবই লাগিব; নহলে ভুচুং

পহু হব লাগিব। মই যিমান পাৰোঁ তাইৰ উপদেশ-নির্দেশ অনুসৰণ কৰি গলোঁ ; মুখেৰে প্ৰতিবাদ নকৰিলেও মোৰ ৰুচি অনুযায়ী কিছু কিছু নিজকে সলনি কৰি ললোঁ। মোৰ কাপোৰ-কানিৰ উন্নতি কৰি লোৱাত একো আপত্তি নেথাকিল যদিও একেবাৰে তাইন দৰে শাৰী-চালোৱাবত ধৰিবগৈ নোৱাৰিলোঁ। প্ৰসাধনৰো মোৰ স্বকীয়া প্ৰয়োজন নহ'ল ; তাইৰে দুই-এপদৰ অকণ অকণ মোৰ কাৰণে যথেষ্ট হ'ল।

সাজ-পাৰৰ উপৰি এটা কথাত ললিতাই নিজকে মোতকৈ ডাঙৰ বোলাবলৈ সুবিধা পাইছিল। তাই দিনৰ দহ বজাৰ সময়ত সদাই সাজিপাৰি মই শুনাকৈ কাৰোবাক ডাঙৰকৈ মাত লগাই স্কুললৈ ওলাই গৈছিল। মোৰ পঢ়া বন্ধ হৈছিল। আগতে পঢ়া-শুনাত তাই মোক বলে নোৱাৰিছিল। সেইবাবে মোৰ ওপৰত তাইৰ এটা অপ্ৰকাশ ক্ষোভ আছিল। কিন্তু এতিয়া মই পঢ়া-শুনাৰ নামকে লব নোৱাৰা হলোঁ আৰু তাই নিয়মীয়াকৈ কিতাপ-পত্ৰৰ লগত সম্বন্ধ ৰাখি গ'ল। এইটো তাইৰ প্ৰতিশোধ আৰু মোৰ পৰাজয়, বোধহয় এইবুলি তাই ভাবিছিল।

আৰু এটা বিষয়ত ললিতাই মোক ক্ষুদ্ৰ বোধ কৰিবলৈ দিছিল যেন লাগে। অসংখ্য ল'ৰাৰ লগত তাইৰ চিনাকি, কথা-বতৰা, হলি-গলি, হাঁহি-খিকিন্দালি আছিল। মোৰ কিন্তু কোনো বাহিৰৰ পুৰুষৰ লগতে পৰিচয় নাছিল—চাবৰ কথা বেলেগ। চেমনীয়াৰপৰা আদহীয়ালৈকে সকলো বয়সৰ পুৰুষৰ লগত ললিতাৰ বন্ধুত্ব। বহুতেই আহি ঘৰতে তাইৰ লগত মেল মাৰি থাকেহি ; কেতিয়াবা কেতিয়াবা কোনোজনৰ লগত ফুৰিবলৈকো ওলাই যায়। গোধূলি পলমকৈ উভতি অহা দেখিলে কেতিয়াবা বৌৱেকে কয়, "কাৰ লগত ওলাই গৈছিলা ললিতা ? অলপ সোনকালে আহিবা। মানুহে বেয়া দেখে নহয়।" ললিতাই মুখ ওফোন্দাই উচাট মাৰি আঁতৰি যায়। মাহীয়ে মোৰ



ফালে চাই কয়, "নিজৰ ভালৰ কাৰণেহে কৈছোঁ নহয় ? তেও মোকহে বেয়া পায়।" মই নীৰৱে অলপ হাঁহোঁ। কেনেকৈ ইমানবিলাক মানুহৰ লগত তাইৰ পৰিচয় হৈছিল মই কব নোৱাৰোঁ। অৱশ্যে আমাৰ ঘৰলৈ বহুত মানুহৰ আহ-যাহ আছে। কাৰবাৰৰ কামত দেউতাক বিচাৰিতো বহুত, আৰু বহুত ধৰণৰ মানুহেই আহে। নৱেনৰ লগত আৰু কেতিয়াবা ভদ্ৰৰ লগতো তেওঁলোকৰ কলেজৰ বন্ধু-বান্ধৱ আহে। ললিতাই আজি কিছুদিনৰপৰা চৌখীন মঞ্চত অভিনয় কৰিবলৈ লৈছে ; এই সংক্ৰান্ততে তাইক বিচাৰি অহা ডেকা ল'ৰাৰ সংখ্যা সৰহ। এই সকলোবিলাক ল'ৰাৰ আকৰ্ষণৰ কেন্দ্ৰ হৈ তাই মোৰ প্ৰতি মনে মনে এইদৰে তীক্ষ্ণ বাক্যবাণ নিক্ষেপ কৰে যেন লাগে : 'দেখিছ তোৰ ওচৰলৈ কোনো নাহে ?' কিন্তু তাৰ বাবে মোৰ কোনো খেদ নাই। মই নিষ্কৰ্মা হলেও, মোৰ লগ-সঙ্গ নেথাকিলেও এনেকুৱা প্ৰেমাভিনয়ক মই ভাল চকুৰে চাব নোৱাৰোঁ। অথচ ললিতাৰ এই আচৰণক ঠিক প্ৰেম বুলিও কব নোৱাৰি। একেলগে ইমানবিলাক ল'ৰাৰ লগত প্ৰেম চলিব নোৱাৰে। কিন্তু সকলোৰে দৃষ্টি আৰু সান্নিধ্য লাভ কৰি তাই আমোদ পাইছিল। কোনোবা এজনৰ লগত যদি তাইৰ হিয়াৰ নিবিড় সম্পৰ্ক গঢ়ি উঠিছিল তেন্তে সেইটো মই জনা নাছিলোঁ। তাই যদি পঢ়িবলৈ বহি প্ৰেম-পত্ৰও লিখিছিল মই কব নোৱাৰোঁ, লুকাই-চুৰকৈ চাবলৈও যত্ন কৰা নাছিলোঁ। লিখি থকাৰপৰা অৱশ্যে তাই প্ৰায়েই অদ্ভুত অদ্ভুত প্ৰশ্ন কৰি থাকে : মৰমৰ-জনক কি কি বুলি সম্বোধন কৰিব পাৰি ? যৌৱনৰ টোপোলা মানে কি ? 'ওঁঠৰ লালিমা' শুদ্ধ নে 'ওঁঠৰ কালিমা' ? পৌৰুষৰ চিন শৰীৰত নে মুৰত ? ইত্যাদি ইত্যাদি। সৰহভাগেই মই উত্তৰ এৰাই চলোঁ। প্ৰেম নহলেও কিন্তু এনেকুৱা ক্ষেত্ৰত এদিন আমাৰ মাজত প্ৰতিদ্বন্দ্বিতা আৰম্ভ হৈ গ'ল।

[ ৩ ]

চাৰক সন্তুষ্ট কৰিবলৈ আৰু তেখেতৰপৰা প্ৰশংসা পাবলৈ আমি দুয়ো উদগ্ৰীৱ। প্ৰথমে নিজকে ব্যস্ত ৰাখিবলৈকে আৰু পিছত পাৰিলে নিজৰ জীৱনটোক এটা স্বতন্ত্ৰ গঢ় দিবৰ কাৰণে মই প্ৰৱেশিকা পৰীক্ষা দিবলৈ ওলাইছিলোঁ। দেউতাই চাৰক ঠিক কৰি দিলে। পিছত ললিতাও মোৰ লগ লাগিলহি। আমি দুয়ো তেখেতৰ লগত পঢ়ি মেট্ৰিক দিবলৈ ওলালোঁ। বহু দিনৰ অনভ্যাসৰ ফলত প্ৰথম প্ৰথম মোৰ বৰ অসুবিধা হৈছিল। সদাই স্কুললৈ গৈ থকা ললিতাই হলে সকলো কথাতে টপ্ টপ্ কৰে ভাগ লব পাৰিছিল। চাৰে মোক সহানুভূতিৰে ব্যৱহাৰ কৰি উৎসাহ দি গ'ল। নিজক চম্ভালি লবলৈ মোৰ কিছুদিন লাগিল। কিন্তু এবাৰ চম্ভালি লোৱাৰ পিছত আৰু ললিতাৰ প্ৰগল্‌ভতালৈ মই ভয় নকৰা হলোঁ। কাৰণ কিতাপ-পত্ৰৰ বিষয়ত অন্ততঃ তাইতকৈ মোৰ বুদ্ধি সোনকালে খোলে। এতিয়া মুখো খোল খাবলৈ ধৰিলে; অৰ্থাৎ চাৰে প্ৰশ্ন কৰিলে মই উত্তৰ দিওঁ, ললিতাই নোৱাৰি মনে মনে থাকে; আকৌ কেতিয়াবা ময়েই উপযাচি তাইৰ ভুল দেখিলে শুধৰাই দিওঁ। তাই মনে মনে বিৰক্ত হয়; মই কাণ নিদিওঁ। অন্ততঃ এটা বিষয়ত তাইক মই মোতকৈ ডাঙৰ হবলৈ দিব নুখুজিলোঁ। কেতিয়াবা কিবা লিখিবলৈ দিলে মই আজৰি-পৰত তাক লিখোঁ আৰু এনেয়ে শুই-বহি থকা ললিতাকো সোঁৱৰাই দিওঁ। তাই তেতিয়া ভেকাহি মাৰি কয়, "যা যা চাৰে তোকেই ভাল বোলক, মই নকৰোঁ।" কিন্তু চাৰে আহি যেতিয়া লেখাটো চাবলৈ খোজে তেতিয়া তায়েই লেনিয়াই লেনিয়াই কব, "মই চাৰ কথাটো ভালকৈ ধৰিবই নোৱাৰিলোঁ,



সেইবাবে লিখিবলৈ লৈও ফালি পেলালোঁ। আপুনি অক'মান বুজাই দিয়ক, মই এতিয়াই লিখিম।" এইবুলি তাই বহী-কলম চপাই লয়েই। চাৰৰ ওচৰত তাই মোক অকলে এৰি দিব নোখোজে।

এদিন দেওবাৰে আবেলি আমি ফুৰি ফুৰি চাৰৰ ঘৰ ওলালোঁগৈ। গৈছিলোঁ আচলতে ললিতাৰ বান্ধৱী এজনীক বিচাৰি। কিন্তু তেওঁক বিচাৰি উলিয়াব নোৱাৰিলোঁ। তেনে নামৰ ছোৱালী আওহতীয়া ঠাইডোখৰত কোনেও দেখা নাই। নগৰৰ সেয়া সীমা, মানুহৰ বসতি পাতল, তাৰপৰা পথাৰো আৰম্ভ হৈ গৈছে। বিচাৰি হাইৰাণ হৈ মই ভাবিবলৈ বাধ্য হৈছিলোঁ যে ললিতাই ছল কৰি আন কাৰোবাকহে লগ পাবলৈ আহিছিল। যি হওক, উলটি আহোঁতে ঘন বসতি আৰম্ভ হোৱা এঠাইত এটা দীঘলীয়া ঘৰৰ বাৰাণ্ডাত দেখিলোঁ—চাৰ। তেখেতে আগবাঢ়ি আহি আমাৰ খবৰ ললেহি আৰু আমাৰ ব্যৰ্থ অভিযানৰ কাহিনী শুনি আমাক তেখেতৰ 'ঘৰ'লৈ মাতি লৈ গ'ল। দীঘলীয়া ঘৰটোৰ চালখন টিনপাতৰ; ভেটিটো বেছ ওখ; কাঠৰ ফ্ৰেমৰ বেৰবোৰ মাটি লিপা; মজিয়াও মাটিৰ। তাৰে এদাঁতিৰ এটা কোঠাত চাৰ থাকে; ভিতৰফালে চালি এডোখৰ তোলা আছে, তাকে বেৰি-কুৰি লৈ তেখেতে পাকঘৰ কৰিছে। আনবোৰ কোঠাটো দুজন-এজনকৈ ডঙুৰা মানুহ থাকে, কোনোজন মাষ্টৰ, কোনোজন কেৰাণী, কোনোজন হয়তো কলেজৰ ছাত্ৰ।

চাৰে আমাক আলহ-উদহ কৰি নি ভিতৰত বহুৱালেগৈ। "বাৰাণ্ডাখনেই মোৰ ড্ৰয়িংৰুম বুইছা? ভিতৰত থাকিবৰ মন নগলে চকী এখন উলিয়াই মই বাহিৰতে বহি থাকোঁ। চকীও এই দুখনেই। বহা। চাবা, মই কিছুমান উৰহ পুহিছোঁ। কিয় জানানে?" আমি বেতৰ চকী দুখনত বহিছিলোঁ। তেখেতে কলে, "যি কাৰণে কিছুমান মানুহে ভূত পোহে সেই একে কাৰণতে। মানুহে আহি ইয়াত আড্ডা মাৰি থাকেহি বুইছা। ৰান্ধি-বাঢ়ি খাওঁ, ইফালে অলপ-

অচৰপ কিতাপ পঢ়াৰো ৰোগ আছে। গতিকে আলহী আহিলে যাতে বেছি সময় বহি নেথাকে সেই কাৰণে উৰহবোৰ ৰাখিছোঁ।"

ললিতাই খিল্‌খিল্ কৰে হাঁহি বাগৰি পৰিব খুজিছিল। হাঁহি মোৰো উঠিছিল। কোঠাটো আহল-বহল কিন্তু উকা। বিচনাখন নিকা, ডাঙৰ টেবুল এখনত কিতাপে-কাগজে দ'ম বান্ধি আছে, আঁঠুৰাখন বেৰত কোচাই থৈছে। এখন কাঠৰ ৰেকত চ'পকেচ, তেলৰ বটল, আৰ্চী-ফণি আদি।

ইটো-সিটো কথা পাতি চাৰে কলে, "আহিলা যেতিয়া চাহকে একোটোপা খোৱা। কি বোলা? তোমালোক বহা, মই চাহ কৰোঁগৈ।"

আমি বাধা দিলোঁ। কলোঁ যে তেখেতে মিছাতে কষ্ট কৰিব নেলাগে—আমাক চাহ কৰি খুৱাব নেলাগে। তেখেতে নেমানেঃ "সেইটো হবই নোৱাৰে। আলহীক চাহ নুখুৱাকৈ মই কেতিয়াও যাবলৈ নিদিওঁ। আৰু দুটা বৰ বঢ়িয়া বস্তু আছে, ৰ'বা চাহৰ লগত দিম।"

মই চকীৰপৰা উঠি কলোঁ, "আপুনি বহক, চাহ বাৰু ময়েই কৰিম।"

মই পাকঘৰলৈ গলোঁ। চাৰে দুৱাৰমুখৰপৰা বস্তুবোৰ দেখুৱাই দিলে। ললিতায়ো ভুমুকি এটা মাৰিলে। তাৰপিছত তাই আৰু চাৰে কোঠাটোত বহি কথা পাতিবলৈ ধৰিলে। মাত্ৰ মাজে মাজে মোক দুই-এটা নিৰ্দেশ বহাৰপৰাই দি থাকিল। যেনে এবাৰ কলে, "ধূলি! চাবা মোৰ ছেকনীখন বৰ খঙাল—হাততে কামোৰ মাৰি দিয়ে।" মানে পিতলৰ ছেকনীখনৰ ঠাৰিডাল ছিগি আছিল, গৰম পানী ঢালি দিলে গৰম হৈ যায়, হাত দিলেই পোৰে। কিমান আগবাঢ়িছোঁ বুলি এবাৰ চাবলৈ গৈ তেখেতে কলে, "আই ঐ দেহি! সুখত উঠা ছোৱালী, কেতিয়াও চাগৈ কষ্ট কৰি পোৱা



নাই। কেনেকৈ কৰিবা চাহটোপা?" মই উত্তৰ দিলোঁ, "ইহ যক যক মইহে সুখত উঠিছোঁ! চাহ কৰিয়েই ইমানজনী হলোঁহি, আপুনি চিন্তা নকৰিব।"

ললিতাই হাঁহি-খিকিন্দালি কৰি চাৰৰ লগত কথা পাতি আছিল। এবাৰ তাই বিকট চিঞৰ এটা মাৰি দিলে। কি হ'ল বুলি মই ওলাই আহিলোঁ। তাইৰ কাপোৰত এটা উৰহ। চাৰে দুটা আঙুলিৰে ধৰি উৰহটো লৈ খৰমযোৰেৰে তাৰ হত্যা-কাণ্ডত লিপ্ত হ'ল। ললিতাৰ চিঞৰ শুনি ওচৰৰ কোঠাৰ মানুহ এজনো দৌৰি আহিছিল; পিছে কথাটো বুজি হাঁহি হাঁহি গুচি গ'ল, যদিও আমাৰ ফালে অৰ্থপূৰ্ণভাৱে চাই যাবলৈ নেপাহৰিলে।

মই ঘামি-জামি চাহ আনি দিলোঁহি। চাৰে বিস্কুটৰ টিন এটা খুলি দুখন তিল-পিঠা আৰু দুটা দুটা লাড়ু উলিয়াই আমাক খাবলৈ দিলে। চাহ খোৱাৰ পিছত মই কাপ-প্লেটবোৰ জোৰ কৰি ধুই পেলালোঁ। কিন্তু তাৰপিছত আহি মই চাৰৰ হাতত ধৰা পৰি গলোঁঃ মোৰ চাদৰৰ আঁচল এটা তিতি তেনেই মাটিৰে ক'লা হ'ল। "সেইয়া! নকৈছিলোঁ বোলো সুখত উঠা ছোৱালী, কষ্ট কৰি পোৱা নাই, এতিয়া? চাওঁ ৰ'বা"—এই বুলি তেখেতে এমগ পানী আনি মোৰ আঁচলটো জোৰ কৰি ধুবলৈ লাগি গ'ল। হাক দিয়াতো নুশুনিলে। মই বৰ লাজ পালোঁ, ৰঙা-চিঙা পৰি গলোঁ।

তাৰপিছত আমি আহিবলৈ ওলালোঁ। চাৰে আমাক একেবাৰে ঘৰত থৈ গ'লহি। আমাক চাহ খুওৱাৰ কথা ঘৰত মাহীক ৰস লগাই কলে।

ৰাতি শুবৰ সময়ত এবাৰ ললিতাই কলে, "তই কিন্তু আজি চাৰৰ তাত সংসাৰৰ আখৰাই কৰি আহিলি!"

মই একো নেমাতিলোঁ।

অলপ পিছত ললিতাই আকৌ কলে, "চাৰৰ পাকঘৰত চাহ কৰি তোৰ কেনেকুৱা লাগিছিল অ'?"

বুজিলোঁ তাই কিয় এইবোৰ সুধিছে। মই চাৰৰ পাকঘৰত চাহ কৰাকৈ আপোন হৈ যোৱাটো তাই নিবিচাৰে। নানান ছলাহী কথা কৈও চাৰক ধৰি ৰাখিব নোৱাৰিলে বুলি বোধকৰোঁ তাই অনুভৱ কৰিছিল। গতিকে ইচ্ছা কৰিয়েই কলোঁ, "ভালেই লাগিছিল। কিয় সুধিলি ?"

অলপ ৰৈ তাই কলে, "তাতে থাকি আহিবৰ মন গৈছিল নেকি ?"

ভাবি-চিন্তি উত্তৰ দিলোঁ, "য'তে ত'তে যেতিয়াই তেতিয়াই জানো থাকি আহিব পাৰি ?" পোনপটীয়া উত্তৰ নিদিয়াই সমীচীন হব বুলি ভাবিলোঁ।

তাই আকৌ কলে, "চাৰে কিন্তু তোৰ বোকা লগা আঁচলটো ধুই দিছিল।"

টোপনিৰ ভাও জুৰি মই কওঁ-নকওঁকৈ কোৱাৰ দৰে কলোঁ, "তোৰো গাৰপৰা উৰহ একৰাই দিছিল।"

তাই আৰু একো নকলে। বোধকৰোঁ মোৰ সমান হৈ থাকিব পাৰিলে বুলি ভাবিলে। কিন্তু সেই মুহূৰ্ত্ততে মই সজাগ হৈ উঠিলোঁ। সেই অৱস্থাতে ললিতা কেতিয়াবা শুই পৰিল ; মোৰ শেষ নিশালৈকে টোপনি নাহিল। মই বহুত কথা ভাবিবলৈ আৰম্ভ কৰিলোঁ।

মই সংকল্প কৰিলোঁ, মই মোৰ ভাগ্য আৰু শক্তিৰ পৰীক্ষা কৰিম। মই আৰু ললিতাক সহজে এৰি নিদিওঁ। এটা চয়-নিশ্চয় হৈ যাওক। মই চিৰদিন কিয় ললিতাতকৈ তল হৈ থাকিম ? এই পৃথিৱীত মোৰ অধিকাৰ কিয় নেথাকিব ?

মোৰ প্ৰতি চাৰৰ স্নেহ আৰু সহানুভূতি আছে। ললিতাতকৈ বেছি আছে বুলিয়েই মোৰ ধাৰণা। তাই আৰু মোৰ মাজত যদি বাছিবলগীয়া হয় তেন্তে চাৰক মই তাইৰ হাতত কেতিয়াও এৰি



নিদিওঁ। এই পৃথিৱীত মই অকলশৰীয়া, অৱহেলিতা। অথচ তাৰ কাৰণে মই জগৰীয়া নহওঁ। সমাজত মোৰ স্বীকৃতি নাই। অধিকাৰ নাই। অথচ দোষ মোৰ নহয়। ললিতাহঁতে চিৰদিন মোক ঘৃণা কৰি আহিছে, তুচ্ছ-তাচ্ছিল্য কৰি আহিছে। অথচ মোক সৃষ্টি সিহঁতেই কৰিছে। সেইবাবে মই মোৰ অধিকাৰ, মোৰ স্বাধীনতা মই নিজে সাব্যস্ত কৰিব লাগিব। কেৱল শৰীৰটোৰেই মই মানুহ নহওঁ, মোৰ মনো এটা আছে, মোৰ স্বাভাৱিক বুদ্ধি-বৃত্তি আছে, আশা-আকাঙ্ক্ষাও আছে। সেইবোৰক অস্বীকাৰ কৰিলে মানুহক অস্বীকাৰ কৰা হয়। ললিতাৰ ওচৰত হাৰ মানিব লাগিলে এটা অন্যায়ৰ জয় হব, অন্যায়ক প্ৰশ্ৰয় দিয়া হব।

মই সাহসিকতাৰে ললিতাৰ সমুখীন হবলৈ, ললিতাৰ যোগেদি পৃথিৱীৰ সমুখীন হবলৈ সংকল্প গ্ৰহণ কৰিলোঁ।

## গজেনৰ কথা

[ ১ ]

হাৰ মানিছোঁ। স্বীকাৰ কৰিছোঁ, মই জীৱনত হাৰ মানিছোঁ। নিজক প্ৰতিষ্ঠা কৰিবৰ কাৰণে, দাৰিদ্ৰ্যৰ ওপৰত প্ৰতিশোধ লবৰ কাৰণে বহুত কিবা-কিবি কৰিলোঁ। মোৰ ধন হৈছে, প্ৰতিপত্তি হৈছে, সমাজৰ মাজত স্থান হৈছে। মনৰ ইচ্ছাৰে গা-ঘেলাই ফুৰিব পাৰিছোঁ। ঘৰভৰা পৰিয়াল হৈছে ; সকলো আশ্ৰিতই সুখেৰে থাকিব পাৰিছে ; তাৰ বাবেও মই গৰ্ব কৰিব পৰা হৈছোঁ। কিন্তু সকলো হৈও যেন মই শেষত হাৰি গলোঁ। মোৰ সকলো গৰ্ব অহঙ্কাৰ প্ৰতিপত্তিক সিদিনা অৰ্থহীন কৰি দিলে সতীশ আৰু ধূলিয়ে।

তলে তলে ইমান ডাঙৰ ঘটনা এটা ঘটিব লাগিছে, মোৰ ঘৰতে, মোৰ চকুৰ আগতে, মই ঘূণাক্ষৰেও গম পোৱা নাছিলোঁ। আন কোনোবাই গম পাইছিল বুলি ধাৰণা নহয় ; নহলে মোক নিশ্চয় কলেহেতেন।

প্ৰথমে সতীশে কলে, মোৰ লগত হেনো তাৰ দৰকাৰী কথা আছে, মোক ক'ৰবাত অকলশৰে লগ পাব খোজে। মই ভাবিলোঁ তাক কিবা কাৰণত অলপ পইচা লাগে হবলা। পাহৰি গৈছিলোঁ যে ধূলি আৰু ললিতাক পঢ়ুৱাবলৈ ভাৰ লওঁতে সি পইচা লব খোজা নাছিল, মইহে ভেমত ওফন্দি তাক জোৰ কৰি টকা লোৱাইছিলোঁ। ইমান স্পৰ্ধা মোৰ ! সি যি কলে সেইটো পইচাৰ কথাতো নহয়েই, বৰং পিছত মোৰ পইচাৰ ওপৰতে সি পদাঘাত কৰিলে।



আমি অকলশৰে লগ লাগিলোঁ। গোধূলি হুয়ো নিজান বাট এটাইদি ফুৰিবলৈ ওলাই গলোঁ। সতীশ অসম্ভৱ গম্ভীৰ হৈ আছিল। তাৰ লগত আজিকালি মই এনেয়ে সহজ হব নোৱাৰোঁ। একালত খেলাৰ, পঢ়াৰ, গাঁৱৰ লগৰীয়া, নলে-গলে লগা বন্ধু ; তেতিয়া তাৰ ওচৰত মোৰ সঙ্কোচৰ সীমা নাছিল ; মোৰ খাবলৈ নাছিল, পিন্ধিবলৈ নাছিল, মান-সন্মান তো নাছিলেই। তাৰ হোৰ মই ভালকৈয়ে তুলিছোঁ ; সুতে-মূলে আদায় কৰিছোঁ। বিদ্যা-বুদ্ধিত সি মোতকৈ ডাঙৰ যদিও সতীশে প্ৰাইভেট স্কুল এখনত সামান্য মাষ্টৰি কৰে আৰু কোঠা এটা ভাৰা কৰি লৈ ৰান্ধি-বাঢ়ি খাই আছে ; তদুপৰি সি মোৰ ঘৰত টিউশ্যন কৰে। সেয়ে আজিকালি সঙ্কোচ কৰাৰ পাল তাৰহে। সি সঙ্কোচ কৰেও ; সেইবাবেময়ো সহজ হব নোৱাৰোঁ। পৰাপক্ষত মই তাক এৰায়েই ফুৰোঁ।

তথাপি সেইদিনা তাক বৰ বেছি ৰকমেই গম্ভীৰ দেখিলোঁ। আমি বিশেষ কথা পতা নাছিলোঁ। কিন্তু মোৰ সময় নাছিল ; জৰুৰী কাম আছিল। সেইবাবে এবাৰ ময়েই উলিয়ালোঁ, "কি কব খজিছিলি ক সতীশ।"

অলপ-পৰ মনে মনে থাকি সি একে-আষাৰে কৈ পেলালে যে সি ধূলিক বিয়া কৰাব খোজে ; ধূলিৰো এই কথাত সন্মতি আছে।

মই কি কম ? মই কি কব পাৰোঁ ? ধূলিৰ নিচিনা এজনী ছোৱালীক তাৰ নিচিনা এটা মানুহে বিয়া কৰাব খোজে। মই কি উত্তৰ দিব পাৰোঁ ? মোৰ যে বিস্ময়ৰ অন্ত নাই, চিন্তাৰ আঁত হেৰাই গৈছে।

সতীশ আধুনিক শিক্ষাত শিক্ষিত ; বিদ্যা আৰু জ্ঞানৰ ভঁৰালৰ-পৰা সি মোতকৈ বহুত বেছি সম্পদ আহৰণ কৰিছে। ধূলিৰ কথা সি সকলো জানে। তথাপি যে সি তাইক গ্ৰহণ কৰিব খুজিছে, মই কি কম ?

কিবা এটা কব লাগে কাৰণেই মই কলোঁ, "তই এনে কথা কৰলৈ মাতি আনিবি বুলি ভবা নাছিলোঁ। তই নিশ্চয় সকলো কথা জান। সকলো কথা ভাবি-চিন্তিয়েই নিশ্চয় তই এইবোৰ কৈছ।"

"সকলো ভাবি-চিন্তিয়েই কৈছোঁ।"

"মোক যে কৈছ, মোৰপৰা অনুমতি বিচাৰিছ নেকি ?"

"নিশ্চয়। তই অভিভাৱক। তোৰ সন্মতি আমি লবই লাগিব।"

মই অলপ ভাবি কলোঁ, "মই যদি সন্মতি নিদিওঁ ?"

সতশীৰ উত্তৰ যেন সাজু হৈয়েই আছিল। সি কলে, "তোৰ সন্মতি পাম বুলিয়েই আমি ধৰি লৈছোঁ। আৰু যদি নাপাওঁও তথাপি আমি বিয়া পাতিবই লাগিব।"

জানো মোৰ সন্মতি-অসন্মতিৰ প্ৰশ্ন নুঠে। কাৰণ ধূলিৰ ওপৰত মোৰ কোনো অধিকাৰ নাই। তাইক সংসাৰত মই কোনো ধৰণৰ স্বীকৃতি দিয়া নাই। তাইক চিৰদিন মই অৱহেলা কৰি আহিছোঁ। ধূলি যেন বাটৰ ধূলি, উৰি আহি গাত পৰিব খোজে, মই আঁতৰি ফুৰোঁ। ললিতা মোৰ সন্তান নহয়, কিন্তু তাইৰ সমান আদৰো মই ধূলিক দিয়া নাই। তাইক লৈ কি কৰিম মই একো ঠিক কৰা নাই বা ঠিক কৰিব পৰা নাই বা তাইৰ ভৱিষ্যতৰ কথা মনলৈ আহিলে নেভাবিবলৈ যত্ন কৰোঁ। তাই কোনোদিনে তাৰ কাৰণে অভিযোগ কৰা নাই। আজি তাইৰ বিয়াত মোৰ অনুমতিৰ কি আৱশ্যক আছে ?

ভালেমান-পৰ মনে মনে থাকি মই কলোঁ, "তোৰ ঘৰ এখন আছে। তেখেতসকলৰপৰা সন্মতি লৈছ জানো ?"

এইবাৰো তৎক্ষণাৎ সি উত্তৰ দিলে, "ঘৰৰপৰা সন্মতি নেপালোঁ। মই অকলেই বিয়া পাতিব লাগিব। ল'ৰা এটাৰ হাতত ঘৰলৈ চিঠি



এখন যোৱা সপ্তাহতে দি পঠাইছিলোঁ। সকলো কথা ভাঙি-পাতি কৈছিলোঁ। বৰ ককাইদেউ আৰু সৰু দদাইদেউ প্ৰায় লগে লগেই আহিল। এৰাতি আছিল। গোটেই ৰাতি মোক ককৰ্থনা কৰিলে, এই বিয়া নেপাতিবলৈ নানান ধৰণৰ কথাৰে মোক বুজাবলৈ ধৰিলে, ভয়ো খুৱালে। কিন্তু মোক টলাব নোৱাৰি পিছদিনা ৰাতিপুৱাই মুখত একো এটা নিদিয়াকৈ গুচি গ'ল—ৰাতিও ভাত নেখালে—যাওঁতে কৈ গ'ল, এই বিয়া হলে মই অকলেই ইয়াতে পাতিব লাগিব, ছোৱালী লৈ চিৰদিন ইয়াতে থাকিব লাগিব।"

মই চিগাৰেট এটা জ্বলাই লৈ ধামধুম হুপিবলৈ ধৰিছিলোঁ। আকৌ কিছু সময় মনে মনে বৃথা চিন্তা কৰি মই কলোঁ, "ধৰ নানান কাৰণত ময়ো যদি ধূলিক মোৰ ঘৰৰপৰা বিয়া দিব নোৱাৰোঁ ?"

সি কলে, "নোৱাৰিবি বুলি আমি আশঙ্কা কৰিছিলোঁৱেই। যদি নোৱাৰ তেন্তে নোৱাৰোঁ বুলিয়েই কৈ দে। আমি বাহিৰতে থাকি সকলো কাম কৰিম।"

মই কলোঁ, "তই এই বিয়া পাতিমেই বুলি দৃঢ়প্ৰতিজ্ঞ। মোৰ কিবা কব লগা আছে বুলিতো মোৰ ধাৰণা হোৱা নাই। তথাপি মোক ভাবি চাবলৈ দে, ঘৰতো আলোচনা কৰি চাওঁ।"

সি একো নেমাতিলে। সি দূৰলৈ চাই গৈ আছিল। মই তলমূৰকৈ গৈ আছিলোঁ। এটা কথা বাৰে বাৰে মনলৈ আহি আছিল : বয়সৰ পাৰ্থক্য আৰু মোৰ লগত তাৰ বন্ধুত্বৰ কথাটো সি ভাবি চোৱা নাইনে ? কিন্তু অভদ্ৰতা হব বুলি এই কথা মই তাক সুধিব নোৱাৰিলোঁ। এটা অজুহাত উলিয়াই মই আন এফালে গুচি গলোঁ।

[ ২ ]

প্ৰভাক কথাটো প্ৰথমে কলোঁ। প্ৰায় মোৰ দৰেই তেৰেঁা উচাপ খাই উঠিল। "তেখেতৰ নিচিনা মানুহ এজনে কেনেকৈ এই কাম কৰিব খুজিছে? আপোনাৰ লগত তেখেতৰ সম্পৰ্কৰ কথাটোও ভাবি নেচালেনে?"

বয়সৰ কথাকে প্ৰভাই কৈছে। মাত্ৰ তাকে পোনপটীয়াকৈ কোৱা নাই। মই সতীশৰ লগত বাটত পতা কথাখিনি তেওঁক খৰচি মাৰি কলোঁ। তেওঁ মাত্ৰ কলে, "মই অৱশ্যে আগতেই সন্দেহ কৰিব লাগিছিল। এদিন ললিতা নেথাকোঁতে তাই মূৰ কামুৰিছে বুলি নপঢ়াকৈ থাকিল; তেখেতেও সেইদিনা বৰ বেছিকৈ লাজ কৰি দেখুৱালে। কিন্তু মইনো এনে হব বুলি কেনেকৈ ভাবিম?"

মোৰ কিংকৰ্তব্যবিমূঢ়তাৰ কথা তেওঁক কলোঁ। কলোঁ যে ধূলিক ছোৱালী হিচাপে চিৰদিন ঘৰত ৰখাৰ প্ৰশ্ন নুঠে, সোনকালে বিয়া দিব পৰাটো ভালৰে কথা। আনহাতে ঘৰৰপৰা বিয়া পতাত বহুত বিপদ আছে; সমাজত আমাৰ কাৰণে বহুত জঞ্জালৰ সৃষ্টি হব পাৰে। এনেস্থলত কি কৰা যায়?

প্ৰভাই কলে, "বিয়াখন হৈ গলে কিন্তু ভালেই হয়। দৰা তেখেতেই হওক বা আন কোনোবাই হওক। আমাৰ এটা ডাঙৰ চিন্তা মৰে।" অলপ ভাবি তেওঁ কলে, "আমাৰ ইয়াৰপৰা বিয়া নেপাতিলেওতো আমি মনে মনে সহায় কৰিব পাৰোঁ, নহয় জানো?"

বুজিবলৈ টান নহ'ল যে ধূলি ঘৰৰপৰা ওলাই গলে তেওঁ বিৰাট সকাহ পাব। ধূলি ঘৰৰপৰা যোৱা মানে আমাৰ জীৱনৰ-পৰাও ভালেখিনি যোৱা। তাত সহায় কৰি দিবলৈ তেওঁ প্ৰস্তুত।



কাৰণ তাৰপৰা তেৰেঁই নিৰাপদ হব বেছি। নিশ্চিন্ত, নিৰ্বিঘ্ন, নিষ্কলঙ্ক জীৱন এটা তেওঁ লাভ কৰিব পাৰিব।

মই ধূলিক বিচাৰি গলোঁ। ভদ্ৰৰ কোঠাতে তাইক পালোঁ। ভদ্ৰ নাছিল। তাই চকী এখনত নিশ্চল হৈ বহি আছিল। মোলৈকে যেন অপেক্ষা কৰি আছিল। মই সোমাই যোৱাত তাই থিয় হ'ল আৰু তলমূৰ কৰি থাকিল। মই ক্ষন্তেক তাইৰ ক্ষীণ, নিৰ্জু-যেন-লগা, বেজাৰৰ চিন বিয়পি থকা মূৰ্তিটোলৈ চাই থাকিলোঁ। তাৰপিছত দুৱাৰখন বন্ধ কৰি আন এখন চকী ওচৰ চপাই নি বহি কলোঁ, "বহ।" তাই লাহেকৈ বহিল।

মই কলোঁ, "সতীশে মোক সকলো কৈছে। মই তোক দুটামান কথা সুধিবলৈ আহিলোঁ। এই বিয়াত তোৰ সন্মতি আছে?"

তাই মুহূৰ্তৰ বাবে মূৰ তুলি মোৰ ফালে চালে আৰু মূৰ-দুপিয়াই আকৌ নীৰৱে তলমূৰ কৰিলে।

মই সুধিলোঁ, "তই সকলো কথা ভাবি-চিন্তি চাইছতো? সতীশে কৈছে ঘৰৰ বাহিৰতে সকলো কাম কৰিব লাগিব, বন্ধু-বান্ধৱৰ বাহিৰে হয়তো আপোন মানুহ কোনো নেথাকিব। এইবোৰ ভাবি চাইছতো?"

এইবাৰো তাই মূৰ তুলি মূৰ-দুপিয়ালে; কিন্তু লগতে এইবাৰ কলে, "মোৰ আপোন কোনো নাই।"

তাই কথা কোৱা নাই যেন এপাট বিষ-কাঁড়হে মোৰ বুকুলৈ মাৰি পঠালে। লাহেকৈ কোৱা এই কথাষাৰত যে কিমানখিনি বিক্ষোভ সোমাই আছিল সেইটো মোৰ দৰে কোনে বুজিব? তথাপি মই নিজকে চম্ভালি লৈ, মনৰ ভাব লুকুৱাই কলোঁ, "তহঁতে প্ৰতিজ্ঞা কৰিছ বুলি জানো। তথাপি তহঁতে বিয়াৰ কথা এৰ। সতীশৰ লগত মোৰ সম্পৰ্কৰ কথা ভাবি চা; মানুহে কি বুলিব? তোক এদিন এঘৰলৈ উলিয়াই দিবলৈ মই চেষ্টা নকৰিম বুলি তই কিয় ভাবিছ?"

তাই তলমূৰকৈ থাকিয়েই কলে, "আপুনি বেয়া নেপাব। এই বিয়া হবই লাগিব। আমি বহুত ভাবি-চিন্তিহে এই কামলৈ আগবাঢ়িছোঁ। তেখেতক আপোনালোকে ভুল বুজিব পাৰে। সেই বাবে কৈ থওঁ যে এই কামত মইহে প্ৰথমে আগবাঢ়িছিলোঁ। অৱশ্যে তেখেতে সহায় কৰিছে। মই নিজৰ জীৱনটোক ৰক্ষা কৰিব খোজোঁ; সেইটো মই নিজৰ বাটেৰে গৈ কৰিব খোজোঁ। কোনোবাই এদিন মোক উদ্ধাৰ কৰিব, এই আশাত মই বহি থাকিব নোখোজোঁ। মোৰ ভাগ্য ভাল যে তেখেতে মোক সকলো ফালৰপৰা সহায় কৰিছে। তেখেতে সকলো দায়িত্ব নোলোৱা হলে মই এই আশ্ৰয় ইমান সহজে এৰি যাব নোৱাৰিলোঁহেতেন।"

শেষ আৰু নিষ্ঠুৰতম আঘাত ধূলিয়ে মোৰ বুকুত হানিলে। মই বোবা হৈ গলোঁ। তাই নিশ্চিন্তে খাই-পিন্ধি আছে; কিন্তু তথাপি জীৱনত তাই নিৰাপদ অনুভৱ কৰা নাই। তাই ঠিকেই কৈছেঃ তাইৰ ভৱিষ্যৎ কি? তাইৰ বৰ্তমানেই বা কি? ইয়াত তাইৰ একো নাই। এটা শৰীৰ লৈও তাই মানুহৰ চকুত শূন্য। তাই যে ঠিকেই কৰিছে। মইতো তাইক একো কৰি নিদিলোঁহেতেন। অন্ততঃ তাৰ একো লক্ষণ মই আজিলৈকে দেখুৱা নাই।

আৰু মোৰ ঘৰখন তাইৰ ঘৰ নহয়, এইখন তাইৰ আশ্ৰয় মাত্ৰ। এইখন ঘৰ তাইৰ চৰাইখানা মাত্ৰ। দাৰ্শনিকে হেনো কয়, পৃথিৱীখনেই মানুহৰ কাৰণে চৰাইখানা। ধূলিয়ে বাস কৰিছে চৰাইখানাৰ ভিতৰতে চৰাইখানাত।

লাজ ঢাকিবৰ কাৰণে কৈ চালোঁ, "মই যদি এই বিয়া হবলৈ নিদিওঁ? কি কৰিবি?"

তাই মোৰ চকুলৈ চালে। অপলক সেই নেত্ৰ। ভয়ৰ একো চিন তাত নাই। বৰ গভীৰ, বৰ ধুনীয়া সেই চকুযুৰি। তাইৰ মাকলৈ মোৰ ৰিণিকি ৰিণিকি মনত পৰিল। এনেকুৱা এযুৰি



চকুৰ গভীৰ চাৱনিয়েই এদিন মোক পিছল খুৱাইছিল। সেইজনী ছোৱালীয়ে মোক একান্ত বিশ্বাসত গ্ৰহণ কৰিছিল। সেই বিশ্বাসৰ মৰ্যাদা মই ৰাখিব পৰা নাই। এইজনী ছোৱালীয়ে এতিয়ালৈকে তেনেকৈ বিশ্বাস থাপিব পৰা পাত্ৰ বিচাৰি পোৱা নাছিল; এতিয়া পাইছে আৰু, মই জানো, সতীশে সেই বিশ্বাসৰ মৰ্যাদা ৰক্ষা কৰিব পাৰিব। সেয়ে স্বীকাৰ কৰিছোঁ, মোৰ হাৰ হৈছে।

তাই কলে, "এই ঘটনাত আপোনাৰ এটা উচ্চ স্থান আছে। সেইবাবেই আমি আপোনাৰ অনুমতি লব খুজিছোঁ। আপুনি বাধা নিদিয়াই ভাল।"

মই গুচি আহিলোঁ। বিশেষ একো কব নোৱাৰিলোঁ। মাত্ৰ কৈ আহিলোঁ, "বাৰু মই চিন্তা কৰি চাওঁ। তইঁতেও ভাব।" কিন্তু মই অনুভৱ কৰিলোঁ, মই বাধা নিদিয়াই ভাল। কাৰণ সিহঁতে মোৰ বাধা নেমানে। সিহঁতে আগতেই মোক উলাই কৰিছে, মোক অস্বীকাৰ কৰিছে। সিহঁতৰ মাজত তীব্ৰ আকৰ্ষণৰ সৃষ্টি হৈছে। সেই আকৰ্ষণ যদি সত্য হয় তেন্তে পৃথিৱীৰ কোনো শক্তিয়ে সিহঁতক বাধা দিব নোৱাৰে। মোৰ বাধাতো ক্ষুদ্ৰ কথা। লাজ-মান কাটি কৰি থৈ, পৰিয়ালৰ প্ৰতি কৰ্তব্যকো নেওচি ময়ো যে কামিনীৰ আকৰ্ষণত উটি গৈ আছোঁ। ধূলিক বাধা দিবৰ মোৰ অধিকাৰ ক'ত?

অৱশেষত সিহঁতৰ মতেই সকলো হৈ গ'ল! বাধা দিবৰ শক্তি মই বিচাৰি পোৱা নাছিলোঁ। বাধা দিবও নোৱাৰিলোঁ। বাধাৰ কোনো কথাই মোৰ মুখৰপৰা নোলাল।

সতীশে বিয়াৰ সকলো দিহা কৰি পেলালে। সি সৰু ঘৰ এটা লৈছে। আন এজন শিক্ষকৰ ঘৰত কইনাক থব। তাৰপৰাই বিয়া হব। স্কুলৰ ল'ৰাহঁতে উঠি-পৰি লাগি গৈছে। আমি ঘৰৰ ভিতৰতে নীৰৱে সোমাই আছোঁ। কৰিবলৈ একো বিচাৰি পোৱা

নাই। ঘৰৰ, বঙহৰ, মঙহৰ ছোৱালী এজনীৰ জীৱনৰ আটাইতকৈ ডাঙৰ ঘটনাটোতে কিবা এটা কৰি দিয়াৰ অধিকাৰ আমাৰ নাই। জোৰ কৰিও একো কৰিব নোৱাৰোঁ। কাৰণ আমাৰ ঘৰৰপৰা আমি বিয়া পতা নাই। সেই প্ৰস্তাৱ সতীশেও নুতুলিলে, আমিও একো নকলোঁ।

সি ধূলিক শেষবাৰলৈ লৈ যাবলৈ আহিল। লগত দুজন শিক্ষক বন্ধু। তেওঁলোকক বাহিৰতে বহুৱাই সি মোৰ কথামতে মোৰ শোৱনি-কোঠালৈ আহিল। মই মূৰে-কপালে হাত দি বহি আছিলোঁ। তাৰ ফালে নোচোৱাকৈয়ে তাক ওচৰতে থকা চকী এখনত বহিবলৈ কলোঁ। তাক দেখি প্ৰভাই ল'ৰা-ছোৱালীবোৰ আঁতৰাই লৈ গ'ল।

সি মাত্ৰ কলে, "আমি একেবাৰে যাবলৈ আহিলোঁ।"

মই নিশ্চল। মই নিৰ্বাক। মই আজি বেয়াকৈ পৰাজিত। উঠি এষাৰ কথা কবলৈ মোৰ আজি শক্তি নাই।

মোৰ সমুখত পাঁচ-শ টকাৰ দহ-টকীয়া নোট এজাপ। মই কলোঁ, "বিয়াত খৰচ কৰিবলৈ এইখিনি লৈ যা। বিয়াৰ দিনা মই আৰু অলপ লৈ যাম।"

সতীশ থিয় হ'ল। সি কলে, "মাফ কৰিবি গজেন। এই টকা মই নিব নোৱাৰোঁ। এই বিয়াত তই সহযোগিতা কৰা নাই যেতিয়া এইকণো কৰিব নেলাগে। ধূলিয়ে পইচা লবলৈ হাক দিছে। আৰু মোৰো পইচাৰ অভাৱ হোৱা নাই।"

ধূলি সোমাই আহিল। পাটৰ নতুন ৰিহা-মেখেলা এযোৰ পিন্ধি আহিছে। ওৰনি লোৱা নাই। মেখেলা পিন্ধা ললিতাই তাইক গাত ধৰি আগবঢ়াই আনিছে। সতীশ দুৱাৰমুখলৈ আগবাঢ়ি গ'ল। সি তাতে ৰৈ থাকিল। মই মাত্ৰ এবাৰ কেৰাহিকৈ চাই সেইদৰেই বহি থাকিলোঁ। মোৰ গ্লানিৰ, মোৰ পৰাজয়ৰ চৰম মুহূৰ্ত উপস্থিত।



ললিতাৰ মুখখন মলিন। তাইৰ বাৰু বেয়া লাগিছে নেকি? নিশ্চয় লাগিছে। মোৰো যে বেয়া লাগিছে। মোৰ কিয় বেয়া লাগিছে?

এটি লহমাৰ কাৰণে ধূলিৰ মূৰ্তিটো মই দেখিলোঁ। ইমান ধুনীয়া লাগিছে তাইক! তলমূৰকৈ থাকিলেও কইনাৰ কাপোৰ-যোৰেৰে তাইক ইমান নিষ্পাপ, ইমান পৱিত্ৰ লাগিছে! এনে সম্পদ জীৱনত মই এই প্ৰথম দেখিলোঁ। দেখাৰ লগে লগে তাইক মই হেৰুৱাব লগা হ'ল।

"দেউতা!"

মই চক খাই উঠিলোঁ। এই প্ৰথম তাই মোক দেউতা বুলিলে। বুকুখন কিবা লাগি গ'ল। কোনেওতো মোক এইদৰে আজিলৈকে মতা নাই। মঞ্জুহঁতৰ মাতত যেন ইয়াৰ বহুতখিনিয়েই মই পোৱা নাছিলোঁ। হয়তো এই সকলোবোৰ মোৰ কল্পনা মাথোন। তথাপি মোৰ অনুভূতিটো যে সত্য। কল্পনাও সত্য হয়।

তাই লাহেকৈ হাউলি চকী-টেবুলৰ তলেদিয়েই মোৰ ভৰি ছুই সেৱা কৰিলে। ললিতাই তাইক গাত ধৰিয়েই থাকিল। তাই উঠি যাওঁতে ময়ো ঘপহ্ কৰে থিয় হলোঁ। তাই ৰ'ল। মই আগবাঢ়ি গৈ তাইক লাহেকৈ সাবটি ধৰিলোঁ। কোনোমতে কলোঁ, "যা। তোৰ ভাল হব। তোৰ মঙ্গল হব।"

ধূলি আৰু ললিতা লাহে লাহে ওলাই গ'ল। সতীশে দুৱাৰমুখৰ-পৰা তাহাঁতক অনুসৰণ কৰিলে। মই নিশ্চল হৈ সিহঁত যোৱাৰ ফালে চাই থাকিলোঁ। মোৰ কোঠালৈ বহুত-পৰলৈ কোনো অহা নাছিল। বোধকৰোঁ সকলোৱে সিহঁতক যোৱা চাইছিলগৈ।

* * *

উমেশ প্ৰকাশৰ অন্যান্য পুথি ঃ

শ্ৰীঅৰুণকুমাৰ দাসৰ

* **জীৱনৰ কোবাল নদীত**

শ্ৰীবিনোদ শৰ্মাৰ

* **গোধূলি গোপাল**

শ্ৰীবনমালী দাসৰ

* **জীয়া গাভৰু**

শ্ৰীবিমল নাথ অনূদিত

বিশ্বসাহিত্য গ্ৰন্থমালা ঃ

* **পাপ আৰু পৰাচিত** ( ডষ্টয়ভস্কি )
* **প্ৰিয় বন্ধু** ( মোপাৰ্চা )
* **প্ৰেম আৰু ভয়** ( জাইগ )
* **পগলা ফাটক** ( চেখভ )
* **মৰণ-যাত্ৰীৰ জীৱন-লিপি** ( ফুচিক )